মনোভাৱ আদিৰ সমন্বয়ত গঢ় লোৱা ন্যস্ত স্বাৰ্থৰ প্ৰতাপত বুনিয়াদী শিক্ষা আওমৰণে মৰাটো নিশ্চিত হ'ল।

৺ভট্টাচাৰ্য্যৰ কিতাপখনৰ স্পষ্ট মতামত এই ফালৰপৰা বিশেষভাৱে গুৰুত্বপূৰ্ণ। তেখেতে নিচেই সহজ ভাষাৰে সকলো কথা উপস্থাপিত কৰিলে। তদুপৰি তেখেতৰ নিজৰ চেষ্টাৰে কেতবোৰ প্ৰতিশব্দ যুগুতাই উলিওৱাটোও পৰিলক্ষিত হয়। তেখেতে ইংৰাজী 'এলবাম' শব্দৰ প্ৰতিশব্দ ''আলেখ্য পুস্তক'' আৰু ইংৰাজী 'এপ্ৰেণ্টিচ' শব্দৰ প্ৰতিশব্দ 'উমেদাৰিত্ব' বুলি উল্লেখ কৰিছে। এনে ধৰণৰ অন্যান্য শব্দও তেখেতে ব্যৱহাৰ কৰা দেখা গ'ল।

৺ভট্টাচাৰ্য্যৰ আন এখন কিতাপ হ'ল—**"প্ৰাইমেৰী শ্ৰেণীৰ শিক্ষা-প্ৰণালী"**। এইখন কিতাপৰ তৃতীয় সংস্কৰণো প্ৰকাশ কৰা হয়। এই সংস্কৰণৰ তাৰিখ সম্পৰ্কে উল্লেখ কৰা নাই যদিও ২য় সংস্কৰণৰ পাতনিত ৺ভট্টাচাৰ্য্যই ১১/৪/৫২ তাৰিখ বুলি উল্লেখ কৰিছে।

তেখেতে লিখিছে—''এই পুথি প্ৰকাশ কৰাৰ উদ্দেশ্য ধন ঘটা নহয়। আমাৰ প্ৰাইমেৰী স্কুলৰ শিক্ষকসকলক কৰ্তব্য-পথত সহায় কৰাহে প্ৰধান উদ্দেশ্য।'' এই ক্ষেত্ৰত তেখেতে অপূৰ্ব সফলতা লাভ কৰিছে। এনে ধৰণৰ কিতাপ অসমীয়া ভাষাত বিৰল। দৰাচলতে এইখন কিতাপ আজিও (প্ৰয়োজনীয় সালসলনি ঘটোৱাৰ মূৰত) প্ৰাইমেৰী শিক্ষক-শিক্ষয়িত্ৰীৰ বাবে হাত-পুথিৰূপে চৰকাৰে স্বীকৃতি দিয়া উচিত।

এইখন কিতাপে প্ৰাইমেৰী স্কুলৰ সকলো কথা সামৰি লোৱাৰ লগতে পথ-নিৰ্দেশনাও দিছে। ভাল শিক্ষক কোন? —এই প্ৰশ্নৰ অৱতাৰণা কৰি তেখেতে বিস্তাৰিতভাৱে আলোচনা কৰিছে।

৺ভট্টাচাৰ্য্যৰ কেতবোৰ মন্তব্য এই প্ৰসঙ্গতে উল্লেখ কৰিব খুজিছোঁ—

* আজি দেশত শিক্ষকতাৰ কাম হৈছে—জীৱিক উপাৰ্জনৰ বাবে শেষ অৱলম্বন। আন সকলো কামত অপাৰগ হৈ নাইবা আন কোনো অৱলম্বন নাপাই নিৰুপায় হৈ এই কামৰ বাবে মানুহ আহে।

* শিকিবৰ কাৰণে ল'ৰাৰ আগ্ৰহ জন্মোৱাটো শিক্ষকৰ কৰ্তব্য।

* ল'ৰাই শাসনৰ কঠোৰতা বুজিব নোৱাৰাকৈ ল'ৰাক শাসনাধীন কৰি ৰাখিব পৰাই হৈছে উপযুক্ত শাসন।

আদৰ্শ স্কুল ঘৰ কেনে ধৰণৰ হ'ব লাগে, এজনীয়া বা দুজনীয়া শিক্ষক থকা প্ৰাইমেৰী স্কুলৰ দৈনিক পাঠ-তালিকা ইত্যাদি বিষয়ো কিতাপখনত সামৰি লৈছে। স্কুল-পৰিদৰ্শকৰ কৰ্তব্যৰ বিষয়েও কাৰ্যকৰী পৰামৰ্শ দিয়া হৈছে। একে চৌহদত থকা বালক আৰু বালিকা স্কুল লগ লগোৱাৰ পোষকতা তেখেতে কেতিয়াবাই কৰিছিল। লগতে কৈছিল যে শিক্ষাৰ মান বঢ়াবলৈ হ'লে প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ গুণো বঢ়া উচিত। তেখেতে শিক্ষা-প্ৰণালীৰ শিতানত উল্লেখ কৰা কথাবোৰ বাস্তৱ অভিজ্ঞতাৰে পুষ্ট, অতি মূল্যবান পৰামৰ্শ।

ভাল আখৰ লিখিবৰ বাবে শিকাবলৈ তেখেতে দিয়া পৰামৰ্শবোৰ অতি মূল্যবান। কলম কেনেকৈ ধৰিব লাগে, তাৰো দিহা ইয়াত আছে। তেখেতৰ আন এটা

গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অৱনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে থকাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ বিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ কাষ চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই ফালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নৰেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছোঁ। আদৰ্শবাদী নৰেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নৰেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নৰেনে গাঁৱৰ ৰাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নৰেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নৰেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নৰেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

## ২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইবাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, ক'লা ডাৱৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি।

এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস ঘাইকৈ যিটো পৰ্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিৱেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্তব্য।

**'ফল্গু প্ৰবাহ'** উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাঁচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়েকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে ৰুচি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সাবধানে পুৰণি ৰুচিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃঙ্খলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ ধ্যান-ধাৰণাৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিলগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তিৰ ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতে এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচৰ্য্যৰ চিন্তাধাৰাৰ ইঙ্গিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

**'আধুনিকা'** উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়; ৺ভট্টাচাৰ্য্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিৱৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসঙ্গক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাঁচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসঙ্গও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিৱৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিৱৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

**"অনুভূতিৰ পাৰে পাৰে"** নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ ঘৰুৱা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিৱৰ্তনৰ সন্ধিক্ষনত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিৱিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়াঃ "প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।" ....... "ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিবনে?" ............ "সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?".......... "সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।"

এনেবোৰ স্পষ্ট মতৰ পৰিৱেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে পোনতেই লিখিছে—"উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।" যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই ধুবুৰীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছাস নাই, মাধুৰ্যৰ শান্ত আৱেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎস। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মূৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশ্যে উপন্যাসখনে সামৰণিত ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিৱৰ্তনে সেই স্থিতিৰ পৰা এতিয়া সকলোকে বহুত আতৰাই নিলে।

**"কঁলা ডাৱৰ"** উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰকাশ কৰা হয়। ইয়াত সামাজিক সংঘাত আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ডাৱৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ডাৱৰ" কৰা হৈছে।

উপন্যাসখন ৺ভট্টাচাৰ্য্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে; কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে— "গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ চৌৰে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধবা তিৰোতা এগৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধবা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধবা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত থাপ নেখালে।৺ভট্টাচাৰ্য্যই "কঁলা ডাৱৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে; কিন্তু "কঁলা ডাৱৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্য্যই লিখি উলিয়াব নোৱাৰিলে।

**'প্ৰেমৰ মহিমা'** নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাঁচ সম্পূৰ্ণভাৱে ৰক্ষিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিৱৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাৱে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্য্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্য্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আবেগিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

## ৩য় খণ্ড

# লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—**'অমৃত-কথা'**।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিৱেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত উষা-অনিৰুদ্ধৰ কাহিনী পৰিৱেশিত হৈছে। পুৰূৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

**'দৈৱ চক্ৰ'** শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুনিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

**'ভাৰতীয় প্ৰেম কাহিনী'**—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিবিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পৱিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

**'নতুন সমাজ'**ৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। আখৰৰ ডাঙৰ ডাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ধাৰণা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সম্ভ্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা, কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মবীৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আখৰাৰ বাবে স্থাপিত ধকো কেম্পৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী ছোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগৱদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যাংকন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাৱে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ মূৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যাংকন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ৰূপত ৰূপান্তৰ ঘটাবৰ বাবে তেখেতে অকলশৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত যিবোৰ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি **'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা'** নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্তি হ'ব বুলি আমাৰ বিশ্ব্যাস।

**'শ্ৰীমদ্ভগৱদ গীতা'** ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰৱেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া হিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিবিষ্ট কৰি সোণত সুৱগা চৰাইছে।

**'ভগৱান শ্ৰীকৃষ্ণ, ১ম খণ্ড'**; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগবান্ স্বয়ম' বুলি কৈছে।" আন এঠাইত কৈছে— '.....শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষেহে সম্ভৱ।'

......"পূর্ণাৱতাৰ শ্রীকৃষ্ণত সৎ ভাব, চিৎ ভাব আৰু আনন্দভাব পূর্ণৰূপে থাকে। পূর্ণাৱতাৰ শ্রীকৃষ্ণত এই তিনি ভাব পূর্ণৰূপে থাকে।"

এই কিতাপখনত শ্রীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অৱস্থাত শ্রীকৃষ্ণই দাবাগ্নি পান কৰাতে প্রথম খণ্ডৰ সামৰণি পৰে।

কার্যতঃ 'ভগৱান শ্রীকৃষ্ণ'ৰ গ্রন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচার্য্যই 'ঐতিহাসিক শ্রীকৃষ্ণ' গ্রন্থ ৰচনা কৰে। এই গ্রন্থ ১৯৭৩ চনত নলবাৰীৰ শর্মা ব্রাদার্ছ এণ্ড কোম্পাণীয়ে প্রকাশ কৰে।

এইখন গ্রন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পর্কে ৺ভট্টাচার্য্যই 'আগকথা'ত সম্যকভাৱে প্রকাশ কৰিছে—"ঐতিহাসিক শ্রীকৃষ্ণ আলোচনাহে মাথোন; সম্পূর্ণ গ্রন্থ নহয়। ............আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমর্থনৰ অযোগ্য বহুতো ভ্রান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্রীকৃষ্ণৰ ঐতিহাসিক চৰিত্রৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। -------পূর্ণ মনুষ্য আৰু স্বয়ং ভগৱান—এই দুয়োবিধ চৰিত্র শ্রীকৃষ্ণত পূর্ণভাৱে বিকশিত হোৱা বাবে শ্রীকৃষ্ণৰ জীৱনীত ই অপৰিহার্য্য। আমিও পূর্ণাৱতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্রীকৃষ্ণক পূর্ণ আৰু আদর্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচার্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্রকাশৰ দ্বাৰা এইখন কিতাপ প্রকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পর্কে বিভিন্ন মত প্রকাশ কৰি নানা জনে বিতর্কৰ সূচনা কৰিছে। ৺ভট্টাচার্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—"ঈশ্বৰৰ উপাসনাত সাম্প্রদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্রকাৰৰ উপাসনা সমগ্র পৃথিৱীত প্রচলিত হৈ আহিছে। আমাৰ ভাৰতীয় শাস্ত্রত কোনো সম্প্রদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্রন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্রদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্রন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, "............আমাৰ সমাজত তন্ত্র সম্বন্ধে কিছুমান ভ্রান্ত ধাৰণা পৰম্পৰাভাৱে প্রচলিত হৈ আছে। সেই ভ্রান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্রন্থত দেখিবলৈ পোৱা যাব।"

গ্রন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুর্গাপূজা, তন্ত্রাচাৰ আৰু শক্তিতত্ত্ব সম্পর্কেও আলোচনা কৰা হৈছে।

কীর্তিনাথ হাজৰিকা

(কীর্তিনাথ হাজৰিকা)

---

**"দেবেন্দ্র সমগ্র"ত সন্নিবিষ্ট 'শ্রীশ্রীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্র' গ্রন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগবান শ্রীকৃষ্ণ"ৰ বাকী ৫খণ্ড তেখেতে পোৱাৰ আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্রকাশক**

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ শেষ লেখনীৰ এছোৱা

## (তেখেতৰ নিজৰ হাতৰ আখৰত)

অতীত জীৱনৰ অতীত-কথাৰ কাহিনী লেখা যথাযথ ভাবে বৰ্ণনা কৰা সহজ কথা নহয়। সেয়েহে অন্ততঃ প্ৰতিষ্ঠা সাহিত্যিক সকলে পুৰাপুৰি কৈ জীৱন কালৰ মূল্যবান ঘটনা বোৰৰ বিষয়ে কেইটা নহয় কিছুমান টোকা হিচাপে লিখি থৈ যায়। সেই সকল সাহিত্যিকক বুলি পাওঁ যে তেওঁলোকৰ জীৱন কালৰ [illegible] তেওঁৰ পুৰণৰ লোক সকলক প্ৰত্যাহ্বান কৰি [illegible] সম্ভৱনা অতি সুস্পষ্ট ৰূপে দেখা যায়। তেওঁলোকে সেই টোকা বোৰৰ যথাযথ ৰূপ যদি সময়ত [illegible] কৰি সুৰূপ কাহিনীৰ আকাৰত বৰ্ণনা কৰে। সদ্য ঘটনা-বোৰৰ সকলো প্ৰকাশ আলোচনা আধুনিক [illegible] এনে [illegible]।

১৯৮০ চনৰ ডিচেম্বৰ এটি ঘটনাৰ কাহিনী।

# সূচীপত্ৰ

*BHAGAWAN SHRIKRISNA* adopted from Shrimad Bhagabat
by Shri Devendra Nath Bhattacharyya, Nalbari.

---

প্ৰকাশক ঃ
দামোদৰ লাইব্ৰেৰী
'অনন্তপুৰ', নলবাৰী

প্ৰথম প্ৰকাশ ঃ দৌল পূৰ্ণিমা, ১৯৮৪ চন।
দ্বিতীয় প্ৰকাশ ঃ ছেপ্টেম্বৰ, ২০০২

ছপাশাল ঃ
ভৱানী আৰ্ট প্ৰেছ
(কলেজ ৰোড) নলবাৰী

# সূচীপত্ৰ

# ভূমিকা

"ঐতিহাসিক শ্ৰীকৃষ্ণ" নামৰ পুথিখন লিখিবৰ সময়ত "ভগৱান শ্ৰীকৃষ্ণ" নামৰ পুথি এখন লিখিম বুলি মনে মনে সংকল্প কৰিছিলোঁ। সেই সংকল্প অনুসৰি আমাৰ এই প্ৰচেষ্টা।

মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। সমগ্ৰ গ্ৰন্থখনি ছয় খণ্ডত বিভক্ত হৈছে। এইখন প্ৰথম খণ্ড। ইয়াত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰপৰা গৃহীত হৈছে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণৰ বিষয়ে কিঞ্চিৎ আলোচনাও এই ভূমিকাত আগবঢ়োৱা হৈছে।

শ্ৰীভগৱানৰ জীৱ-অৱতাৰ আদি অসংখ্য অৱতাৰ আছে। শ্ৰীমদ্ভাগৱতত চব্বিশ প্ৰকাৰ অৱতাৰৰ উল্লেখ আছে। তাৰে ভিতৰত দহ অৱতাৰ মুখ্য।

মৎস্যঃ কূৰ্মো বৰহশ্চ নৃসিংহো বামনস্তথা।

ৰামো ৰামশ্চ ৰামশ্চ বুদ্ধকল্কিৰ্দশস্তথা।

মৎস্য, কূৰ্ম, বৰাহ, নৃসিংহ, বামন, পৰশুৰাম, শ্ৰীৰাম, বলৰাম, বুদ্ধ আৰু কল্কি, এই দহ অৱতাৰ অংশাৱতাৰ।

শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক "কৃষ্ণস্তু ভগৱান্ স্বয়ম্" বুলি কৈছে।

শ্ৰীমদ্‌ভগবদ্ গীতাত ভগৱান্ শ্ৰীকৃষ্ণই নিজে কৈছে—

অজোহপি সন্নব্যায়াত্মা ভূতানামীশ্বৰোহপি সন্।

প্ৰকৃতিং স্বামৱষ্টভ্য সম্ভবাম্যাত্ম মায়য়া।। ৪/৬০

মোৰ জন্ম নাই, মই অব্যয় আৰু সৰ্বভূতৰ ঈশ্বৰ হৈও মই নিজৰ মায়া শক্তিক আশ্ৰয় কৰি সংসাৰত অৱতাৰ ৰূপে উৎপন্ন হওঁ।

অৱতাৰ মানে অৱতৰণ নহয়। সৰ্বব্যাপক পৰমাত্মাই মায়াৰ লগত সম্বন্ধিত হৈ প্ৰকট হোৱাটোকে অৱতাৰ বোলে।

পৰমাত্মা সৰ্বব্যাপী হোৱা বাবে তেওঁৰ শক্তিও সৰ্বব্যাপিনী হয়। এই কাৰণে জড় চেতনাত্মক গোটেই সংসাৰত যি শক্তি পৰিলক্ষিত হয়, সেই শক্তিয়েই তেওঁৰ শক্তি। এই শক্তিয়েই সংসাৰৰ বিকাশ কৰি তোলে। পৰমাত্মাৰ এই শক্তি অগ্নি, জল, গছ, লতা ইত্যাদি সমস্ত ভূতবৰ্গতে ব্যাপ্ত হৈ আছে। এই শক্তি কেনেকৈ বিকাশপ্ৰাপ্ত হয় সেই বিষয়ে 'পঞ্চদশী' শাস্ত্ৰত এইদৰে কৈছে—

সৰ্ব্ব শক্তিময়ং ব্ৰহ্ম নিত্যমাপূৰ্ণমদ্বয়ম্।
যথোল্লসতি শক্ত্যাসৌ প্ৰকাশমধিগচ্ছতি।।

এই শক্তি যেতিয়া দৃশ্য পদাৰ্থৰ আশ্ৰয়ত উল্লসিত হয় তেতিয়াই দৃশ্য জগতত ইয়াৰ প্ৰকাশ হয়। দৃশ্য পদাৰ্থত বিকাশপ্ৰাপ্ত হোৱা এই শক্তিক শাস্ত্ৰত 'কলা' বুলি অভিহিত কৰিছে।

যোল সংখ্যা পূৰ্ণতাৰ প্ৰকাশক। ছান্দোগ্য উপনিষদত কৈছে—

ষোড়শকলঃ সৌম্য পুৰুষঃ। পৰমাত্মা ষোড়শ কলাৰে যুক্ত থাকে; তাকে আকৌ তৈত্তিৰীয় ব্ৰাহ্মণ উপনিষদত কৈছে যে— ষোড়শকলো বৈ পুৰুষঃ। পৰমাত্মা ষোড়শ কলা যুক্ত। ষোড়শ কলাৰে পূৰ্ণ সৰ্বশক্তিমান শ্ৰীভগৱানৰ আঠ কলা পৰ্য্যন্ত শক্তি লৌকিক মনুষ্যাদি কেন্দ্ৰৰ দ্বাৰা প্ৰকট হয়; আঠ কলাৰপৰা অতিৰিক্ত শক্তি ধাৰণ কৰা লৌকিক কেন্দ্ৰৰ দ্বাৰা সম্ভৱ নহয়। এই কাৰণে যদি ন কলাৰপৰা যোল কলা পৰ্য্যন্ত ভগৱৎ শক্তিৰ বিকাশ মানুহ বা পশুৰ অলৌকিক কেন্দ্ৰৰ আধাৰত দেখা যায়, তাক অৱতাৰ বুলি কোৱা হয়।

শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলা খেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষে হে সম্ভৱ।

শ্ৰীভগৱান সচ্ছিদানন্দ ৰূপ। সেই কাৰণে তেওঁৰ সৎভাৱ, চিৎভাৱ আৰু আনন্দ ভাৱ পূৰ্ণৰূপে থাকে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাৱ পূৰ্ণৰূপে আছিল। সৎভাৱৰ লগত কৰ্মৰ, চিৎভাৱৰ লগত জ্ঞানৰ আৰু আনন্দ ভাৱৰ লগত ভক্তিৰ সম্বন্ধ আছে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণৰ জীৱনত কৰ্ম, জ্ঞান আৰু ভক্তিৰ তিনি প্ৰকাৰ লীলা উচ্চ আদৰ্শৰূপে প্ৰকট হৈ পৰিছিল। অংশাৱতাৰত অংশ কলাৰ বিকাশ হোৱা বাবে অৱতাৰী পুৰুষৰ এক ভাৱৰ মুখ্যতা থাকে। শ্ৰীৰামচন্দ্ৰ আছিল অংশাৱতাৰ—তেওঁ মৰ্যাদাভাৱক মুখ্য ৰাখি সকলো কৰ্ম কৰিছিল। সীতা দেৱী সম্পূৰ্ণভাৱে নিৰ্দোষ থকাতো বংশ মৰ্যাদা ৰক্ষাৰ কাৰণে শ্ৰীৰামচন্দ্ৰই তেওঁক বনবাস দিছিল।

পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণ ভাৱাতীত হোৱা কাৰণে কোনো এক ভাৱক লৈ কোনো কৰ্ম নকৰিছিল। তেওঁ কেৱল জগতৰ কল্যাণৰ বাবে সমষ্টিৰূপে ধৰ্ম ৰক্ষাৰ বিচাৰ আগত ৰাখি সকলো কৰ্ম কৰিছিল। কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই লোক চক্ষুত সমৰ্থিত নোহোৱা বা লোক চক্ষুত পাপকৰ্ম বুলি বিবেচিত হোৱা কৰ্মকো সাধন কৰি ধৰ্মৰক্ষাৰ বিচাৰত নিৰ্দোষ হৈ আছিল। পূৰ্ণাৱতাৰ পুৰুষৰ জীৱনত কৰ্মৰ ৰহস্য এয়ে। তেওঁৰ জীৱনত ভক্তিৰ ৰহস্য এয়ে যে সকলো প্ৰকাৰ ৰসৰ ভক্ত তেওঁৰ লীলাত উৎপন্ন হৈছিল। কিয়নো পূৰ্ণাৱতাৰ হোৱা কাৰণে ৰসৰ ক্ষেত্ৰতো তেওঁ পূৰ্ণ হৈ আছিল। এই কাৰণে শ্ৰীকৃষ্ণৰ লীলাত পাণ্ডৱসকল আছিল তেওঁৰ সখ্যৰসৰ ভক্ত, বিদুৰাদিসকল আছিল দাস্য ৰসৰ ভক্ত, যশোদাদিসকল আছিল

বাৎসল্য ৰসৰ ভক্ত, ভীষ্ম আদি সকল আছিল বীৰ ৰসৰ ভক্ত, ব্ৰজৰ গোপীসকল আছিল কান্তাৰসৰ ভক্ত।

জ্ঞান-বিজ্ঞানৰ আদৰ্শ স্বৰূপে স্থিতপ্ৰজ্ঞ ব্যক্তিৰ ভূমিকা লৈ ভগৱান শ্ৰীকৃষ্ণই অধঃপতিত মানৱ জাতিৰ ভিতৰত পাপ কৰ্ম কৰা লোকক সংহাৰ কৰি গুণী ব্যক্তিৰ জীৱন যাত্ৰা সুখকৰ কৰি তুলিছিল—ধৰ্মৰাজ্য স্থাপন কৰি। স্থিতপ্ৰজ্ঞতাৰ লক্ষণ যি দৰে তেওঁ গীতা শাস্ত্ৰত নিৰ্ণয় কৰিছিল, সেইদৰে নিজৰ মানৱীয় জীৱনত তাক পৰিষ্ফুট কৰি তুলিছিল।

# কৃতজ্ঞতা জ্ঞাপন

শিক্ষাবিদ্ শ্ৰীজয়দেৱ শৰ্মা বি, এ, ডাঙৰীয়াই তেওঁৰ ভৱানী আৰ্ট প্ৰেছত এই পুথি ছপাই দি আমাক বৰ অনুগৃহীত কৰিছে; সেইবাবে আমি তেওঁৰ ওচৰত বিশেষ ভাৱে কৃতজ্ঞ।

—লিখক।

# ভগৱান শ্ৰীকৃষ্ণ

## শ্ৰীকৃষ্ণৰ জন্মবৃত্তান্ত

এসময়ত পৃথিৱীত দৈত্যবিলাকৰ ক্ষমতা আৰু প্ৰতিপত্তি বৰকৈ বাঢ়িছিল। দৈত্যবিলাকেই সমগ্ৰ পৃথিৱী শাসন কৰিছিল; কাৰণ তেওঁলোকেই ৰাজপদত অধিষ্ঠিত আছিল।

দৈত্যবিলাক স্বভাৱতঃ ক্ৰূৰকৰ্মা আৰু গৰ্বিত আছিল। তেওঁলোকৰ অসংখ্য সৈন্য আছিল। এই দৈত্য ৰজাবিলাকৰ আৰু তেওঁলোকৰ সৈন্যবিলাকৰ পাপকৰ্মৰ গুৰুভাৰ সহ্য কৰিব নোৱাৰি পৃথিৱী অভিভূতা হৈ পৰিছিল। এই সময় আছিল দ্বাপৰ যুগ আৰু কলি যুগৰ সন্ধিযুগ।

দুখত অতিশয় কাতৰা হৈ পৃথিৱীয়ে গাভীৰূপ ধাৰণ কৰি কান্দি কান্দি ব্ৰহ্মাৰ ওচৰত উপস্থিত হ'ল আৰু নিজৰ দুঃখৰ কথা নিবেদন কৰিলে। ব্ৰহ্মাই পৃথিৱীৰ কৰুণ ক্ৰন্দন শুনি তেতিয়াই তেতিয়াই মহাদেৱ আৰু অন্যান্য দেৱতাসকলক লগত লৈ ক্ষীৰ সমূদ্ৰৰ পাৰত উপস্থিত হ'ল।

সেই স্থানত উপস্থিত হৈ তেওঁ পৰমপুৰুষ শ্ৰীহৰিৰ স্তৱ কৰিব ধৰিলে। স্তৱ কৰাৰ পাছত ধ্যানত বহিল। ধ্যানৰ সময়ত তেওঁৰ হৃদয়ত পৰমপুৰুষৰ বাণী শুনিবলৈ পালে। সেই বাণী শুনিবলৈ পাই তেওঁ দেৱতাবিলাকক উদ্দেশ্য কৰি এইদৰে কবলৈ ধৰিলে—

হে দেৱতাসকল! পৰম পুৰুষ শ্ৰীভগৱানে ইতিপূৰ্বেই পৃথিৱীৰ দুঃখ আৰু সন্তাপৰ কথা জানিব পাৰিছে। তেওঁ সংহাৰিণী শক্তিৰে পৃথিৱীৰ ভাৰ হৰণ কৰিবলৈ যদুবংশত জন্ম গ্ৰহণ কৰিব। সেই সময়ত তোমালোকেও পৃথিৱীত জন্ম গ্ৰহণ কৰি তেওঁ যিমান দিন যদুকুলত বিহাৰ কৰি থাকে সিমান দিন তাত থকা গৈ। তেওঁৰ প্ৰতি ভক্তি প্ৰদৰ্শন কৰিবলৈ দেৱস্ত্ৰীসকলেও পৃথিৱীত জন্ম গ্ৰহণ কৰকগৈ। ভগৱতী যোগমায়াও তেওঁৰ আদেশত তেওঁৰ কাৰ্য্যৰ নিমিত্তে অৱতীৰ্ণা হ'ব।

দেৱতাসকলক এইদৰে কৈ পৃথিৱীক সান্ত্বনা বাক্যেৰে আশ্বস্ত কৰি ব্ৰহ্মা স্বস্থানলৈ প্ৰস্থান কৰিলে।

### জন্ম সূচনা

মথুৰা মণ্ডলত শূৰসেন নামে এক ৰজাই ৰাজত্ব কৰি আছিল। শূৰসেন যদুবংশীয় ৰজা আছিল আৰু মথুৰাপুৰী তেওঁৰ ৰাজ্যৰ ৰাজধানী আছিল।

সেই মথুৰাত শূৰসেন ৰজাৰ পুত্ৰ বসুদেৱে দেৱকীক বিৱাহ কৰি পত্নীক লৈ নিজৰ ঘৰলৈ আহিবৰ কাৰণে ৰথত আৰোহণ কৰিলে।

ভোজবংশৰ ৰজা উগ্ৰসেন আছিল দেৱকীৰ পিতৃ। ৰজা উগ্ৰসেনে কন্যাৰ লগত চাৰি শ হাতী, পোন্ধৰ হাজাৰ ঘোৰা, ওঠৰ শ ৰথ, দুই শ সুকুমাৰী দাসী আৰু নানা বিধ অলঙ্কাৰ যৌতুক স্বৰূপে দিছিল আৰু কন্যাকো বহুবিধ স্বৰ্ণালঙ্কাৰেৰে পৰিশোভিত কৰি বিদায় দিবলৈ ওলাইছিল। যাত্ৰা সময়ত শঙ্খ, তুৰ্য্য, মৃদঙ্গ, দুন্দুভি আদিৰে বহুপ্ৰকাৰ মঙ্গল ধ্বনি কৰিছিল।

এই প্ৰকাৰ আনন্দ পৰিৱেশৰ মাজত আৰু নিজৰ ভনীৰ মৰমত উগ্ৰসেনৰ পুত্ৰ কংসই বসুদেৱ আৰু দেৱকীক লৈ যাবলৈ যুগুত কৰা ৰথত উঠি অশ্বৰশ্মি ধাৰণ কৰি সাৰথ্য কৰিবলৈ প্ৰস্তুত হৈছিল।

এনেতে ৰথৰ যাত্ৰা পথত কংসক সম্বোধন কৰি আকাশবাণী হ'ল—ওৰে মূৰ্খ! তই নিজে সাৰথি হৈ যাক লৈ যাবলৈ ওলাইছ, সেই দেৱকীৰ অষ্টম গৰ্ভজাত সন্তানে তোক বধ কৰিব।

যাক লৈয়া যাস কংস শুনৰে অজ্ঞান।<br>
এহিৰ অষ্টম পুত্ৰে তোৰ লৈবে প্ৰাণ।।

এই দৈৱবাণী শুনি সেই দুষ্ট, পাপিষ্ঠ আৰু ভোজবংশ কলঙ্ক কংসই তত্তালিকে খড়্গ হাতত লৈ বাওঁ হাতেৰে দেৱকীৰ চুলি কোচা ধৰি দেৱকীক বধ কৰিবলৈ উদ্যত হ'ল।

বসুদেৱ মহাবিপদত পৰিল। বসুদেৱে প্ৰথমতঃ কংসক প্ৰশংসা বাক্যেৰে ভগ্নীবধৰ পৰা বিৰত কৰিবলৈ চেষ্টা কৰিলে। তেওঁ কংসক ক'লে—আপুনি ভোজবংশৰ যশোবৰ্দ্ধক আৰু সকলো বীৰে আপোনাৰ বীৰত্বৰ আৰু আন আন বহুপ্ৰকাৰ গুণৰ প্ৰশংসা কৰে। আপুনি স্ত্ৰীজাতি ভগিনীক বিবাহোৎসৱত কেনেকৈ বধ কৰিব?

জন্ম মৃত্যু প্ৰকৃতিৰ অধীন আৰু জীৱৰ কৰ্মফল অনুসাৰে যথাসময়ত জন্ম বা মৃত্যু হয়। এইদৰে দেহধাৰণৰ সমস্ত তত্ত্ব বিশ্লেষণ কৰি উপদেশ দিলে। তাতো যেতিয়া কংসক ভগিনী বধৰ কাৰণে দৃঢ়সংকল্প যেন দেখিলে তেতিয়া বসুদেৱে উপস্থিত বিপদ নিবাৰণৰ বাবে এটি উপায় স্থিৰ কৰিলে।

বসুদেৱে চিন্তা কৰি স্থিৰ কৰিলে যে বুদ্ধিমান ব্যক্তিৰ যি পৰ্যন্ত বুদ্ধি আৰু বল থাকে সেই পৰ্য্যন্ত মৃত্যু নিবাৰণৰ চেষ্টা কৰা কৰ্তব্য; তথাপি যদি মৃত্যু নিবাৰিত নহয়, তেন্তে তাত সেই ব্যক্তিৰ কোনো অপৰাধ নাই। তেওঁ ভাবিলে যে মই এই মৃত্যুৰূপী কংসক এতিয়া এই ৰূপ প্ৰতিশ্ৰুতি দিম যে যদি মোৰ কন্যা নাইবা পুত্ৰ জন্মে আৰু যদি কংস তেতিয়াও জীৱিত থাকে তেন্তে মই সেই পুত্ৰক কংসৰ হাতত সমৰ্পণ কৰিম। এই প্ৰতিশ্ৰুতি দি সম্প্ৰতি দৈৱকীক মৃত্যুৰ হাতৰপৰা মুক্ত কৰিম।

পুত্ৰক অৰ্পিবো বুলি কংস নৃপতিক।
ইহাৰ হাতৰপৰা এৰুৱাও দৈৱকীক।।
কিবা দৈৱকীৰ গৰ্ভে পুত্ৰ নুপজয়।
কিবা কংস মৰি যায় আগে যমালয়।।

পাছত ইয়াৰ ওলোটাটোও হ'ব পাৰে। মোৰ পুত্ৰয়ো কংসক বধ কৰিব পাৰে। পৰমেশ্বৰ বিধান কোনেও লঙ্ঘন কৰিব নোৱাৰে। তেওঁৰ ইচ্ছাতে আসন্ন বিপদো নিবৃত্ত হয় আৰু নিবৃত্ত বিপদো পুনৰায় আহে।

বসুদেৱে এইদৰে উপায় স্থিৰ কৰি বহুস্তুতি আৰু প্ৰশংসা কৰি সেই পাপিষ্ঠ কংসক বহু সন্মান দেখুৱালে। বসুদেৱ স্বভাৱতঃ জ্ঞানী আছিল আৰু সেই বাবে তেওঁৰ মুখ সদায় প্ৰফুল্ল থাকিছিল। তেওঁ কংসৰ দুষ্প্ৰবৃত্তি চিন্তা কৰি "কি জানি কি হয়" ভাবি ব্যথিত চিত্তেৰে সেই নিষ্ঠুৰ আৰু নিৰ্লজ্জ কংসক এইদৰে ক'বলৈ ধৰিলে—হে শান্তমূৰ্ত্তিবীৰ! আকাশবাণীয়ে যিদৰে কৈছে, এই দৈৱকীৰ পৰা আপোনাৰ তেনে ভয়ৰ কোনো সম্ভাৱনা নাই। দৈৱকীৰ পুত্ৰৰপৰা আপোনাৰ ভয় উপস্থিত হৈছে; মই আপোনাক প্ৰতিশ্ৰুতি দিলোঁ যে দৈৱকীৰ পুত্ৰ হ'লে মই সেই পুত্ৰবিলাকক আপোনাক সমৰ্পণ কৰিম। তেতিয়া আপোনাৰ ভয়ৰ কোনো কাৰণ নাথাকিব।

বসুদেৱ সত্যবাদী আছিল—এই কথা কংসই জানে। বসুদেৱৰ এই প্ৰতিশ্ৰুতিত ভগিনী-বধৰ পৰা বিৰত হ'ল। বসুদেৱেও প্ৰীত হৈ কংসৰ প্ৰশংসা কৰি নিজ ঘৰলৈ গুচি গ'ল।

## দেৱকীৰ পুত্ৰলাভ

ক্ৰমে ক্ৰমে দেৱকীৰ আঠোটা পুত্ৰ আৰু এটি কন্যা সন্তান জন্মিছিল। প্ৰথম সন্তানটিৰ নাম আছিল কীৰ্তিমান। এই পুত্ৰ জন্মিলত বসুদেৱে প্ৰতিশ্ৰুতি ভঙ্গ কৰি মিথ্যাচৰণত ভীত হৈ পুত্ৰটিক অতি দুঃখিত মনে কংসৰ হাতত অৰ্পণ কৰিলে। যি বিলাক সত্যবাদী আৰু সত্যসন্ধলোক তেওঁলোকৰ দুঃসহ দুঃখ একো নাই। যাৰ অন্তৰত ভগৱানৰ প্ৰতি ভক্তি আছে আৰু যিসকল লোক প্ৰকৃত জ্ঞানী তেওঁলোকৰ পুত্ৰত্যাগ কৰা যেনেকৈ দুঃসহ নহয়, তেনেকৈ পুত্ৰতো আত্যন্তিক প্ৰয়োজন নাই। বসুদেৱ আছিল তেনে জ্ঞানী আৰু সত্যপৰায়ণ লোক।

কংসই বসুদেৱৰ দৃঢ় সত্য-নিষ্ঠা দেখি সন্তুষ্ট হৈ হাঁহি হাঁহি এইদৰে ক'লে যে এই কুমাৰক লৈ যোৱা। এই কুমাৰৰ পৰা মোৰ কোনো ভয় নাই। তোমালোকৰ অষ্টম সন্তানৰ পৰাহে মোৰ ভয় আছে। বসুদেৱে পুত্ৰক ঘূৰাই লৈ আহিল।

হাসিবোলে নিয়ো ইটো ছৱাল তোমাৰ।
আত হন্তে কিছু ভয় নাহিক আমাৰ।।

# বসুদেৱ দেৱকীৰ কাৰাবাস

এনেতে নাৰদ আহি কংসৰ ঘৰত উপস্থিত হ'ল। নাৰদে কংসৰ পূৰ্বজন্মৰ কথা ক'লে। পূৰ্বজন্মত কংস আছিল কালনেমী নামে মহাসুৰ আৰু সেই মহাসুৰক বিষ্ণুৱে বধ কৰিছিল। নাৰদে আৰু ক'লে যে দৈত্যবিলাকৰ সংখ্যা বৃদ্ধি হোৱাত পৃথিৱীয়ে সেই ভাৰ বহন কৰিব নোৱাৰা হৈছে সেইবাবে দৈত্যকুল ধ্বংস কৰিবৰ বাবে দেৱতাসকলে মৰ্ত্ত্যলৈ আহি জন্ম গ্ৰহণ কৰিছে। ব্ৰজত নন্দপ্ৰভৃতি যিবিলাক গোপ আৰু তেওঁলোকৰ যশোদা প্ৰভৃতি যিবিলাক পত্নী আছে, বসুদেৱ প্ৰভৃতি যিবিলাক যাদৱ আৰু দেৱকী প্ৰভৃতি যিবিলাক যদুকুলৰ স্ত্ৰী আছে অৰ্থাৎ নন্দ আৰু বসুদেৱৰ বংশৰ প্ৰায় সকলোৱে দেৱতা আৰু দেৱতাসকলৰ স্ত্ৰী। আনফালে কংসৰ যিবিলাক আত্মীয় স্বজন সেইবিলাকৰ ভিতৰতো প্ৰায় বিলাকে দেৱতা।

তই কালনেমি আছিলি পূৰ্ব্বত
মাৰিলা তোক মূৰাৰি।
দৈৱকীৰ গৰ্ভে উপজি দুনাই
তোক মাৰিৱন্ত হৰি।।

নাৰদৰ এই কথা শুনি কংসই যাদৱবিলাকক দেৱতা বুলি ভাবিলে আৰু কংসৰ বধৰ কাৰণে বিষ্ণু দেৱকীৰ গৰ্ভত আৱিৰ্ভূত হৈছে বুলি ভাবি দেৱকী আৰু বসুদেৱক কাৰাগাৰত আৱদ্ধ কৰি ৰাখিলে আৰু তেওঁলোকৰ প্ৰথম পুত্ৰক আৰু তাৰ পৰৱৰ্ত্তী আন বিলাক পুত্ৰকো জন্মিবা মাত্ৰকে এটা এটা কৈ বধ কৰিব ধৰিলে। পৃথিৱীত দেখা যায় যে যিবিলাক ৰজাই কেৱল নিজৰ প্ৰাণ পোষণ কৰে আৰু নিজে ৰজা হ'বলৈ আকাঙ্ক্ষা কৰে তেওঁলোকে মাতা, পিতা, ভাই, বন্ধু আৰু আত্মীয় স্বজন সকলোকে বধ কৰে।

নাৰদৰ মুখৰ পৰা যদু, ভোজ আৰু অন্ধকবংশীয়বিলাকৰ অধিপতি নিজৰ পিতৃ উগ্ৰসেনকো অবৰুদ্ধ কৰি ৰাখিলে। পূৰ্বজন্মত বিষ্ণুই কালনেমীক বধ কৰিছিল বুলি জানিব পাৰি বিদ্বেষবশতঃ যাদৱবিলাকৰ লগত বিৰোধ কৰিব ধৰিলে আৰু শূৰসেন নামক দেশ ভোগ কৰিব ধৰিলে অৰ্থাৎ তেওঁ নিজে মথুৰাত ৰজা হৈ বহিল। তাৰ পাছত জৰাসন্ধৰ সহায় পাই আৰু প্ৰলম্ব, বক চাণুৰ, তৃণাবৰ্ত, অঘাসুৰ, মুষ্টিক, অৰিষ্ট, দ্বিবিদ, পুতনা, কেশী, ধেনুক, বাণ আৰু নৰক প্ৰভৃতি অসুৰ ৰজাবিলাকৰ লগত মিলি যাদৱবিলাকক উৎপীড়ন কৰিব ধৰিলে।

অসুৰ বিলাকৰ নিপীড়ন আৰু অত্যাচাৰ সহ্য কৰিব নোৱাৰি যাদৱবিলাক কুৰু, পাঞ্চাল, কেকয়, শাল্ব, বিদৰ্ভ, নিষধ, বিদেহ আৰু কোশল নামৰ দেশ বিলাকলৈ প্ৰব্ৰজন কৰিলে।

তাৰে ভিতৰত অক্ৰূৰাদি কোনো কোনো যাদৱে গূঢ় অভিপ্ৰায়ত অৰ্থাৎ শ্ৰীকৃষ্ণ দৰ্শনৰ বাসনাত কংসৰ অনুগত হৈ থাকিল। প্ৰব্ৰজন নকৰিলে।

## দেৱকীৰ সপ্তম গৰ্ভ—বলভদ্ৰ

কংসই এটা এটাকৈ দেৱকীৰ ছয়টি পুত্ৰক নিহত কৰিছে। বিষ্ণুৰ অংশত দেৱকীৰ গৰ্ভত সপ্তম সন্তানৰ আবিৰ্ভাৱ হৈছে।

সৰ্বান্তৰ্যামী ভগৱান বিষ্ণুও নিজৰ আশ্ৰিত যাদৱবিলাকৰ কংসৰপৰা হোৱা ভয়ৰ বিষয়ে জানিব পাৰি যোগমায়াক এইদৰে আদেশ কৰিলে—

হে কল্যাণি! তুমি ব্ৰজধামলৈ যোৱা। ব্ৰজধাম গোপ, গোপী আৰু গোসমূহৰ দ্বাৰা পৰিশোভিত হৈ আছে। নন্দ গোকুলত বসুদেৱৰ পত্নী ৰোহিনী আছে আৰু বসুদেৱৰ আন আন পত্নী বিলাকেও কংসৰ ভয়ত ভীতা হৈ গুপ্তভাৱে বাস কৰি আছে। ইফালে মোৰ অংশ ৰূপে দেৱকীৰ গৰ্ভত অনন্তদেৱ অৱস্থান কৰি আছে। তুমি দেৱকীৰ উদৰৰ পৰা সেই গৰ্ভ আকৰ্ষণ কৰি আনি ৰোহিণীৰ উদৰত স্থাপন কৰা।

তাৰ পাছত মই সৰ্বজীৱৰ কল্যাণ সাধনৰ বাবে দেৱকীৰ পুত্ৰ হৈ জন্ম গ্ৰহণ কৰিম আৰু তুমিও নন্দ-পত্নী যশোদাৰ গৰ্ভত জন্ম গ্ৰহণ কৰিবা।

হে দেৱী! পৃথিৱীত গৈ ভোগ কামনা কৰা লোকবিলাকৰ সৰ্ব কামনা পূৰণকাৰিণী হৈ তুমি শ্ৰেষ্ঠনিয়ন্ত্ৰী হবা আৰু সকাম মানুহবিলাকে তোমাক নানাবিধ উপকৰণেৰে পূজা কৰিব। তেওঁলোকে তোমাক দুৰ্গা, ভদ্ৰকালী, বিজয়া, বৈষ্ণৱী, চণ্ডিকা, কৃষ্ণা, মাধৱী, কন্যাকা, শাৰদা, মায়া, নাৰায়ণী, ঈশানা, শাৰদা আৰু অম্বিকা নামেৰে পূজা কৰিব আৰু পৃথিৱীত থকা মানুহবিলাকে এই নাম সংশ্লিষ্ট থকা বহুতীৰ্থ স্থান আৱিষ্কাৰ কৰিব।

গৰ্ভ আকৰ্ষণ কৰা বুলি মানুহে ৰোহিণী-পুত্ৰক সঙ্কৰ্ষণ নামেৰে অভিহিত কৰিব।

যোগমায়াই ভগৱানৰ আদেশক্ৰমে দেৱকীৰ গৰ্ভ আকৰ্ষণ কৰি ৰোহিণীৰ উদৰলৈ লৈ যোৱাত পুৰবাসীবিলাকে 'গৰ্ভপাত হ'ল'' বুলি বিলাপ কৰিলে।

ভক্তৰ অভয়দাতা বিশ্বাত্মা ভগৱানেও বসুদেৱ-দেৱকীৰ পুত্ৰভাৱে বসুদেৱৰ মনত আৱিৰ্ভূত হ'ল। বসুদেৱৰ মনত শ্ৰীবিগ্ৰহ যুক্ত ভগৱৎ স্বৰূপ উদয় হোৱাত তেওঁ নিজেও সূৰ্য্যৰ দৰে তেজস্বী হৈ উঠিল। মানুহে বসুদেৱক দেখি বৰ আচৰিত হৈছিল আৰু বসুদেৱৰ এনে তেজস্বী হোৱাৰ কাৰণ একো বুজিব নোৱাৰিছিল।

বসুদেৱে ধ্যান যোগৰদ্বাৰা নিজৰ মনৰ মাজত অনুভৱ কৰা জগতৰ মূৰ্তিমান মঙ্গলস্বৰূপ ভগৱন্তক দেৱকীক সমৰ্পণ কৰিলে আৰু দেৱকীও মনৰ দ্বাৰাই গৰ্ভ ধাৰণ কৰিলে।

অনন্তৰে দেৱহৰি ভকতৰ ভয়হাৰী
বসুদেৱ মনে লৈলা বাস।
পৰম বৈষ্ণৱ তেজ মনে লৈয়া বসুদেৱ
সূৰ্য্য যেন কৰন্ত প্ৰকাশ।।
দৈৱকীৰ গৰ্ভে পাছে অৰ্পিলন্ত বসুদেৱে
লৈলা বাস বিষ্ণু উদৰতে।

ভগৱান দেৱকীৰ গৰ্ভত আৱিৰ্ভূত হৈছিল বুলি দেৱকীৰ অঙ্গ প্ৰভাৱে কাৰাগাৰ আলোকিত হৈ পৰিছিল। কাৰাগাৰত থকা বাবে দেৱকীৰ শৰীৰৰ সেই জেউতি আন কোনো লোকে দেখা পোৱা নাছিল; কিন্তু কংসই দেখা পালে যে দেৱকীৰ শৰীৰৰ জেউতিৰে কাৰাগাৰ আলোকিত হৈ আছে আৰু দেৱকীৰ মুখত এটা পবিত্ৰ হাঁহি বিৰাজ কৰি আছে।

দেৱকীৰ শৰীৰৰ এই জ্যোতি আৰু পবিত্ৰ হাঁহিয়ে কংসৰ প্ৰাণত আতঙ্ক আনি দিলে। তেওঁ ভাবিলে যে তেওঁৰ প্ৰাণহন্তা হৰি নিশ্চয় দেৱকীৰ গৰ্ভস্থ হৈছে; কাৰণ এই দেৱকীতো পূৰ্বে এনেকুৱা নাছিল। কিন্তু কংসই দেৱকীক এতিয়া বধ কৰিবলৈ ইচ্ছা নকৰিলে; কাৰণ দৈৱকী স্ত্ৰীজাতি আৰু তেওঁৰ ভগিনী—তাতে আকৌ গৰ্ভৱতী। পুৰুষ যিমানেই শক্তিশালী নহওক, প্ৰয়োজন উপস্থিত হ'লেও নিজৰ যশ, সম্পদ আৰু আয়ু হানিক্ৰ কোনো কাৰ্য্য কৰি শক্তিৰ অপব্যৱহাৰ কৰিবলৈ ইচ্ছা নকৰে। কংসই মনে মনে চিন্তা কৰিলে যে যি লোকে ক্ৰুৰ-কৰ্মৰ দ্বাৰা জীৱন-ধাৰণ কৰে সেই ব্যক্তি জীৱিত থাকিও মৃত হয়; কাৰণ সেই ব্যক্তিক জীৱিত অৱস্থাতে মানুহে দুৰ্বাক্য বুলি তিৰস্কাৰ কৰে আৰু সেই ব্যক্তি মৰিলেও ঘোৰ নৰকলৈ যায়।

স্বাধীন কংসই এইদৰে চিন্তা কৰি নাৰী জাতি আৰু গৰ্ভৱতী ভগিনী-বধৰ দুৰভিসন্ধিৰপৰা নিজেই নিবৃত্ত হ'ল আৰু শ্ৰীহৰিৰ প্ৰতি বিদ্বেষ ভাৱ পোষণ কৰি তেওঁৰ জন্মৰ সময়লৈকে অপেক্ষা কৰি থাকিল। ইয়াৰ পাছত কংসই উঠোঁতে, বহোঁতে, ভোজন কৰোঁতে আৰু কোনো ঠাইলৈ গৈ থাকোঁতে—সকলো অৱস্থাতে শ্ৰীহৰিৰ চিন্তা কৰোঁতে কৰোঁতে সমস্ত জগৎ হৰিময় দেখিবলৈ ধৰিলে।

বৈসন্তে শোৱন্তে ভুঞ্জন্তে ভ্ৰমন্তে
হৰিক চিন্তে সদায়।
সকলে জগৎ হৰিময় দেখে
সুখ শান্তি তাৰ নাই।।

ইয়াৰ পাছত ব্ৰহ্মা শিৱ আৰু অন্যান্য দেৱতাসকলেও নিজৰ নিজৰ অনুচৰবিলাকক লগত লৈ দেৱকীৰ ওচৰলৈ আহি গৰ্ভস্থ ভগৱানৰ স্তৱ স্তুতি কৰিব ধৰিলে।

## শ্ৰীকৃষ্ণৰ জন্ম

ৰোহিণী নক্ষত্ৰ যেৱে ভৈল উপস্থিত।।
পৰম শোভন কাল ভৈল সিবেলাত।
সুৰভি শীতল সুমঙ্গল বহে তাত।।
দশোদিশ প্ৰসন্ন নিৰ্ম্মল তাৰাগণ।
মধুকৰে গুঞ্জৰে পুষ্পিত দেখি বন।।
পৃথিৱীত সুমঙ্গল মিলিল অপাৰ।
নদী নদ প্ৰসন্ন পঙ্কজে জাতিস্কাৰ।।
ভৈল মহাস্বচ্ছ আতি সজ্জনৰ মন।
আকাশত তুতি কৰি সিদ্ধ মুনিগণ।।
অসংখ্যাত দুন্দুভি স্বৰ্গক ছানি বাৱে।
অপেশ্বৰা নাচে বিদ্যাধৰে গীত গাৱে।।
বৰিষন্ত পুষ্প দেৱ শুনি নিৰন্তৰ।
সাগৰৰ লগত গৰ্জ্জন্ত জলধৰ।।
মধ্যৰাতি অতি অন্ধকাৰ ছন্ন।
সেই সময়ত উপজিলা নাৰায়ণ।

ক্ৰমে ক্ৰমে সৰ্বগুণ সমন্বিত পৰম ৰমণীয় সময় উপস্থিত হ'ল। এনে এটি সময় আহিল যিটো সময়ত সমস্ত গ্ৰহ নক্ষত্ৰ প্ৰশান্ত হৈ উঠিছে। এনে সময়ত ৰোহিনী নক্ষত্ৰ উদয় হ'ল আৰু সমস্ত দিক্ প্ৰসন্ন হৈ উঠিল। আকাশত উজ্জ্বল নক্ষত্ৰবোৰ স্পষ্টভাৱে উদিত হ'ল, আৰু সমগ্ৰ পৃথিৱীৰ গাওঁভূঁই হাবি বননি মঙ্গলময় হৈ উঠিল। নদীবোৰৰ পানী নিৰ্ম্মল হৈ উঠিল, সৰোবৰ আৰু হ্ৰদ বিলাক পদুম ফুলৰ সৌন্দৰ্য্যৰে পৰিশোভিত হৈ উঠিল, প্ৰস্ফুটিত হাবি-বননি পক্ষীৰ কুজনত আৰু ভ্ৰমৰৰ গুণগুণনিত মুখৰিত হ'ল অৰু যেতিয়া সুখস্পৰ্শ আৰু পবিত্ৰ গন্ধেৰে সুবাসিত নিৰ্মল বায়ু প্ৰবাহিত হ'বলৈ ধৰিলে, সেই সময়ত দেৱকীৰ গৰ্ভৰ পৰা বিষ্ণুৰ আবিৰ্ভাৱ হ'ল। তেতিয়া সেই ঠাইৰ ব্ৰাহ্মণ সকলৰ শান্ত হোমাগ্নিও প্ৰজ্জ্বলিত হৈ উঠিল।

কৰ্মনিবন্ধনহেতু যাৰ জন্ম নাই, সেই ভগৱান শ্ৰীহৰিৰ জন্মৰ সময়ত সাধু লোকসকলৰ আৰু দেৱতাসকলৰ মন প্ৰসন্ন হৈ উঠিল, যুগপৎ দুন্দুভিবোৰ বাজি উঠিল, কিন্নৰ আৰু গন্ধৰ্ববিলাকে তেওঁৰ গুণগান কৰিব ধৰিলে, সিদ্ধসকলে আৰু চাৰণসকলে স্তৱ কৰিব ধৰিলে আৰু বিদ্যাধৰীসকলে অপ্সৰাবিলাকৰ লগত আনন্দত নৃত্য কৰিবলৈ ধৰিলে।

সেই অন্ধকাৰ ৰাতিত যেতিয়া জনাৰ্দ্দন শ্ৰীহৰিৰ জন্ম হয়, সেই সময়তে

মুনিবিলাকে আৰু দেৱতাসকলে হৰ্ষান্বিত হৈ পুষ্প বৃষ্টি কৰিবলৈ আৰম্ভ কৰিলে। আকাশত থকা মেঘবোৰে সাগৰ গৰ্জ্জনৰ লগে লগে ধীৰে ধীৰে গৰ্জ্জন কৰিব ধৰিলে।

এনে এটা প্ৰাকৃতিক আৰু আনন্দজনক পৰিৱেশৰ ভিতৰত পূব ফালে উদিত পূৰ্ণ চন্দ্ৰৰ দৰে সৰ্ব্বান্তৰ্য্যামী ভগৱান বিষ্ণু স্ব-স্বৰূপত দেৱৰূপিণী দেৱকীৰ গৰ্ভৰপৰা আৱিৰ্ভূত হৈছিল।

তাৰ পাছত বসুদেৱে আৱিৰ্ভূত সেই অদ্ভুত বালকক দেখিবলৈ পালে। সেই বালকৰ চকুজুৰি আছিল যেন দুটা পদুম ফুল। বালকটি চতুৰ্ভূজ হৈ শঙ্খ চক্ৰ গদা পদ্ম ধাৰণ কৰি আছে। তেওঁৰ বক্ষস্থল আছিল শ্ৰীযুক্ত। গলত আছিল ৰমণীয় কৌস্তুভমণি আৰু পৰিধানত আছিল পীতবস্ত্ৰ। তেওঁৰ বৰ্ণ সৌন্দৰ্য্য আছিল কৃষ্ণবৰ্ণ মেঘৰ দৰে। তেওঁৰ মুকুটত আছিল বৈদুৰ্য্যমণি। কাণত যি জোৰা কুণ্ডল আছিল সেই কুণ্ডলৰ দীপ্তিত তেওঁৰ চুলিবোৰ উদ্ভাসিত হৈ উঠিছিল। অতি উজ্জ্বল চন্দ্ৰহাৰ, কেয়ূৰ আৰু কঙ্কণ আদিৰে বালকটি পৰিশোভিত আছিল।

বসুদেৱে বালকৰ ৰূপ দেখি কৰপুটে স্তৱ কৰিবলৈ ধৰিলে— হে ভগৱন! মই আপোনাক চিনি পাইছোঁ। আপুনিয়েই সাক্ষাৎ পুৰুষোত্তম—সচ্চিদানন্দ সৰ্বজ্ঞ পুৰুষ।

জানিলোঁ সাক্ষাতে তুমি পুৰুষ পুৰাণ।
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্ব্বজান।।

হে প্ৰভু! আপুনি এই জগৎ ৰক্ষা কৰিবৰ ইচ্ছা কৰি মোৰ গৃহত অৱতীৰ্ণ হৈছে। ৰজা নামধাৰী অসংখ্য অসুৰৰ সৈন্যসমূহক আপুনি সংহাৰ কৰিব।

হে সুৰেশ্বৰ! আমাৰ ঘৰত আপুনি জন্ম গ্ৰহণ কৰিব এই কথা শুনি খল কংসই ইতিপূৰ্ব্বে আপোনাৰ অগ্ৰজ ভাইসকলক বধ কৰিছে। এই ৰক্ষীবিলাকৰ মুখত আপোনাৰ আৱিৰ্ভাৱৰ সংবাদ পাই এতিয়াই অস্ত্ৰ-শস্ত্ৰ লৈ আপোনাকো বধ কৰিবৰ বাবে ইয়ালৈ আহিব।

ভগৱৎ—লক্ষণ যুক্ত পুত্ৰক দেখি কংসৰ ভয়ত ভীতা দেৱকীয়েও অতিশয় আশ্চাৰ্য্যান্বিতা হৈ স্তৱ কৰিবলৈ ধৰিলে।

হে ভগৱন! আপুনিয়েই সেই ব্ৰহ্ম, যি ব্ৰহ্মৰ ৰূপৰে সৃষ্টিৰ আদি কাৰণ, অব্যক্ত, নিৰ্গুণ, নিৰ্বিশেষ, নিৰ্বিকাৰ, নিষ্ক্ৰিয় জ্যোতিঃ স্বৰূপ সত্তামাত্ৰ বুলি বেদত বৰ্ণনা আছে।

হে ভগৱন! আমি এই ভীষণ কংসৰপৰা অত্যন্ত ভীত হৈছোঁ। আপুনি আমালোকক ত্ৰাণ কৰক! সেই পাপিষ্ঠ কংসই যেন জানিব নোৱাৰে যে আমাৰ পৰাই আপোনাৰ জন্ম হৈছে। মোৰ চিত্ত বৰ চঞ্চল হৈছে। আপোনাৰ কাৰণে মই কংসৰ পৰা ভীতা হৈছোঁ। হে প্ৰভু! আপুনি শঙ্খ চক্ৰ গদা পদ্মৰ শোভাত

পৰিশোভিত হৈ আছে। আপোনাৰ এই অলৌকিক চতুৰ্ভুজ ৰূপ সম্বৰণ কৰক। আপুনি সাক্ষাৎ পৰম পুৰুষ। প্ৰলয়ৰ অন্তত আপুনি এই বিশ্বক নিজৰ দেহতে যথাযোগ্য আয়তনেৰে ধাৰণ কৰি থাকে। এনে হেন এজন পৰম পুৰুষ যে মোৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছে এইটো মনুষ্য লোকত উপহাসৰ বিষয় হে হ'ব। অতএৱ আপুনি এই অলৌকিক ৰূপ সম্বৰণ কৰক।

## শ্ৰীভগৱানৰ উত্তৰ

শ্ৰীভগৱানে উত্তৰ দিছে—হে মা! পূৰ্বজন্মত স্বায়ম্ভুৱ মন্বন্তৰত তুমি পৃশ্নি নামে জনাজাত আছিলা আৰু তেতিয়া এই বসুদেৱ নিষ্পাপ সুতপা নামৰ প্ৰজাপতি আছিল। সেই জন্মত ব্ৰহ্মাই যেতিয়া তোমালোকক প্ৰজা সৃষ্টিৰ বাবে আদেশ দিছিল, তোমালোকে ইন্দ্ৰিয় সংযম কৰি কঠোৰ তপস্যাত ব্ৰতী হৈছিলা।

তেতিয়া তোমালোক দুয়ো বতাহ, বৰষুণ, ৰ'দ, হিম, জাৰ, জঁহ প্ৰভৃতি নিৰন্তৰ সহ্য কৰি প্ৰাণায়ামৰ দ্বাৰা মনৰ ৰাগ দ্বেষ আদি মল দূৰীভূত কৰি, গছৰ সৰি পৰা পাত আৰু বায়ু ভক্ষণ কৰি মোৰ পৰা অভিলষিত ফল কামনা কৰি সংযত চিত্তে মোৰ আৰাধনা কৰিছিলাঁ।

মদ্‌গতচিত্ত হৈ তোমালোকে দুয়োবাৰ হাজাৰ দেৱ-বৰ্ষ কঠোৰ তপস্যা কৰি অতিবাহিত কৰিছিলা।

হে দেৱি! তেতিয়া তোমালোকে উভয়ে তপস্যা, শ্ৰদ্ধা আৰু ভক্তিৰে নিৰন্তৰ মোক হৃদয়ত ভাৱনা কৰাত মই তোমালোকৰ কামনা পূৰণ কৰিবৰ নিমিত্তে এই মূৰ্তিৰেই তোমালোকৰ ওচৰত আৱিৰ্ভূত হৈছিলোঁ। তাৰ পাছত মই তোমালোকক বৰ প্ৰাৰ্থনা কৰিবলৈ কোৱাত তোমালোকে মোৰ নিচিনা পুত্ৰ প্ৰাৰ্থনা কৰিছিলা।

হে মাতৃ! তোমালোক পতি-পত্নী উভয়ে একে লগে থাকিও ঐহিক সুখ পৰিত্যাগ কৰিছিলা আৰু পাৰলৌকিক সুখৰ আশাও তোমালোকে ত্যাগ কৰিছিলা; কাৰণ তোমালোকে পুত্ৰোৎপাদনৰ ৰতি-সুখ ভোগ কৰা নাছিলা।

আনকি মোৰ নিচিনা পুত্ৰ লাভ কামনাত মোৰ ওচৰত মোক্ষও প্ৰাৰ্থনা কৰা নাছিলা।

তাৰ পাছত তোমালোকৰ অভিলাষ পূৰণ কৰিম বুলি স্বীকাৰ কৰি মই গুচি যোৱাত তোমালোকে মোৰ নিচিনা পুত্ৰলাভৰ বৰ পোৱাতহে ঐহিক ৰতিসুখ উপভোগ কৰিছিলা।।

কিন্তু চৰিত্ৰ, উদাৰতা আৰু আন আন গুণত মোৰ দৰে কাকো নেদেখি মৱেই তোমালোকৰ পুত্ৰ হৈছিলোঁ। তেতিয়া মই পৃশ্নি পুত্ৰ ৰূপে অভিহিত হৈছিলোঁ।

পাছৰ জন্মত তোমালোকে কশ্যপ আৰু অদিতি হৈ জন্ম গ্ৰহণ কৰিলা। কশ্যপৰ ঔৰসত আৰু অদিতিৰ গৰ্ভত মই পুনৰায় জন্ম গ্ৰহণ কৰিছিলোঁ। মোৰ সেই অৱতাৰ উপেন্দ্ৰ নামে বিখ্যাত আছিল আৰু মই চুটি চাপৰ হোৱা কাৰণে বামন নামেও বিখ্যাত আছিল।

এতিয়া এই জনমত তোমালোকে বসুদেৱ আৰু দেৱকী হৈ জন্ম গ্ৰহণ কৰিছা আৰু সেই কাৰণে এই তৃতীয় জন্মত সাক্ষাৎ সেই ভগৱৎ মূৰ্তিতেই মই পুনৰায় আৱিৰ্ভূত হৈছোঁ। এইদৰে মোৰ বৰ সফল হৈছে বুলি জানিবা।

মই মোৰ এই ৰূপ তোমালোকৰ পূৰ্বজন্ম স্মৰণৰ নিমিত্তেহে দেখুৱাইছোঁ; মোৰ মাহাত্ম্য দেখুৱাবলৈ এই ৰূপ দেখুৱা নাই। তোমালোকক এই উপদেশ দিয়াৰ পূৰ্বে যে পূৰ্ব জন্মৰ কথা তোমালোকৰ স্মৰণ হোৱা নাই, তাৰ কাৰণ হৈছে যে মনুষ্যাদি দেহত মোৰ বিষয়ে জ্ঞান বিনা উপদেশে নজন্মে।

হে মাতৃ! তোমালোকে পুত্ৰ ভাৱেই হওক বা ব্ৰহ্মভাৱেই হওক মোক নিৰন্তৰ চিন্তা কৰোঁতে কৰোঁতে মোতেই আসক্ত হৈ পৰম সদগতি লাভ কৰিবা।

শ্ৰীভগৱানে এই দৰে বক্তব্য শেষ কৰি নিৰৱ হ'ল আৰু তেতিয়াই স্বেচ্ছায় পিতৃ-মাতৃৰ সমক্ষত প্ৰকৃত মনুষ্য শিশুৰ ৰূপ ধাৰণ কৰিলে।

## শ্ৰীকৃষ্ণক যশোদাৰ গৃহত স্থাপন

পালি প্ৰহৰীয়া সৱে নাজানিল কেৱ।
কৃষ্ণক কোলাত লৈ যান্ত বাসুদেৱ।।

"মোক নন্দালয়ত যশোদাৰ ওচৰত স্থাপন কৰি তেওঁৰ কন্যাক ইয়ালৈ লৈ আহা"—এইৰূপ আদেশ ভগৱানে পূৰ্বেই বসুদেৱক দিছিল। তাৰ পাছত ভগৱানৰ সেই আদেশ ক্ৰমে বসুদেৱে পুত্ৰক লৈ যেতিয়া সূতিকা গৃহৰপৰা বাহিৰ হবলৈ ইচ্ছা কৰিলে, তেতিয়া যোগমায়া নাম্নী ভগৱচ্ছক্তি, নন্দপত্নী যশোদাক নিমিত্ত মাত্ৰ কৰি জন্ম গ্ৰহণ কৰিলে।

তাৰ পাছত দেৱী যোগমায়াই দুৱৰী আৰু পুৰবাসী বিলাকৰ জ্ঞান আৰু ইন্দ্ৰিয়বৃত্তি হৰণ কৰি ল'লে। তেতিয়া সকলোৱে গভীৰ নিদ্ৰাত নিদ্ৰিত হৈ পৰিল। কাৰাগাৰৰ আৰু পুৰীৰ দুৱাৰবিলাক কপাট, অৰ্গল আৰু শিকলিৰে অৱৰুদ্ধ আছিল বুলি তাক অতিক্ৰম কৰা দুঃসাধ্য আছিল; কিন্তু সূৰ্য্যৰ উদয়ত অন্ধকাৰ যেনেকৈ আপোনা আপুনি আঁতৰি যায়, সেইদৰে শ্ৰীকৃষ্ণক লৈ বসুদেৱ ওচৰলৈ অহা মাত্ৰকে সেই দ্বাৰবিলাক আপোনা আপুনি খুলি গৈছিল। সেই সময়ত মেঘবোৰে ধীৰে ধীৰে গৰ্জন কৰি বৰষিবলৈ ধৰিছিল আৰু অনন্ত নাগে বসুদেৱৰ মূৰৰ ওপৰত ফণা তুলি বৰষুণৰপৰা তেওঁক ৰক্ষা কৰি পাছে পাছে গৈ আছিল।

সেই সময়ত দেৱৰাজ ইন্দ্ৰই অনবৰত বৰষুণ দি থকাত যমুনা নদীৰ গভীৰ পানীৰ সোঁতত ঢেউ উঠি উঠি নদী ফেণাকাৰ হৈ গৈছিল আৰু তাত পানীৰ শ শ পাক-ওভতনিৰ সৃষ্টি হৈছিল। এই অৱস্থাত সাগৰে যেনেকৈ ৰামচন্দ্ৰক পথ এৰি দিছিল, সেইদৰে যুমনা নদীয়েও বসুদেৱক পথ দান কৰিছিল।

তাৰ পাছত বসুদেৱ নন্দব্ৰজত উপস্থিত হৈ তাত গোপবিলাকক যোগ নিদ্ৰাত নিদ্ৰিত হৈ থকা দেখা পালে। তেতিয়া তেওঁ নিজৰ পুত্ৰক যশোদাৰ শয্যাত থৈ তেওঁৰ কন্যা যোগমায়াক লৈ কাৰাগৃহলৈ ঘূৰি আহিল। তাৰ পাছত বসুদেৱে সেই কন্যাক দেৱকীৰ শয্যাত থৈ দি নিজেই নিজৰ ভৰিত লৌহশৃঙ্খল লগাই আৱদ্ধ হৈ থাকিল।

নন্দপত্নী যশোদাই কেৱল সন্তান জন্মিছে বুলি বুজিব পাৰিছিল কিন্তু পুত্ৰ হৈছিল নে কন্যা হৈছিল সেইটো বুজিব পৰা নাছিল।

## বসুদেৱ দেৱকীৰ বন্ধন মোচন

বসুদেৱ নন্দব্ৰজৰ পৰা মথুৰালৈ ঘূৰি অহাত তেওঁৰ প্ৰত্যাবৰ্তনৰ লগে লগে বহিৰ্দ্বাৰ, অন্তৰ্দ্বাৰ আৰু পুৰদ্বাৰ সমস্তই আগৰ দৰে বন্ধ হৈ গ'ল। তাৰ পাছত শিশুৰ কান্দোনৰ ধ্বনি শুনি দুৱৰীবিলাক সাৰ পাই উঠিল। তেতিয়া সিহঁতে লৰালৰিকৈ কংসৰ ওচৰলৈ গৈ কংসক দেৱকীৰ অষ্টম সন্তানৰ জন্মৰ বাতৰি দিলেগৈ। কংসই এই সংবাদলৈ প্ৰতীক্ষা কৰি আছিল।

কংসই সেই সংবাদ পোৱা মাত্ৰকে শয্যা ত্যাগ কৰি উঠিল আৰু "এই অষ্টম গৰ্ভই মোৰ বিনাশৰ কাৰণ" এই কথা কৈ বিহ্বল হৈ উখৰা-মখৰা চুলিৰে আৰু উজটি খাই খাই শীঘ্ৰে সূতিকা গৃহলৈ গ'ল।

দেৱকী দেৱীয়ে কংসক দেখি বৰ কাতৰ হৈ কৰুণভাৱে ক'বলৈ ধৰিলে— হে ভদ্ৰ! এই কন্যাক তোমাৰ পুত্ৰৰ হাতত সমৰ্পণ কৰিম—এই কন্যা তোমাৰ পুত্ৰবধূ হ'ব? অতএব এইক বধ কৰা তোমাৰ উচিত নহব। হে ভ্ৰাতঃ! তুমি মোৰ অগ্নিতুল্য তেজস্বী বহু শিশুপুত্ৰক বিনাশ কৰিছা। এই এটি মাত্ৰ কন্যাক মোক দিয়া। মই তোমাৰ কনিষ্ঠা ভগিনী; মোৰ পুত্ৰবিলাক এটা এটাকৈ বিনষ্ট হোৱাত মই বৰ কাতৰ হৈ পৰিছোঁ—হতভাগিনীক এই শেষ সন্তানটো দান কৰা তোমাৰ কৰ্ত্তব্য হ'ব।

এই বুলি কৈ দেৱকীয়ে কন্যাটিক নিজৰ কোলাত বাহুবেষ্টনেৰে আচ্ছাদন কৰি হুক্ হুক্কৈ কান্দিব ধৰিলে; কিন্তু দেৱকীৰ সেই কৰুণ ক্ৰন্দনত বিচলিত নহৈ নিষ্ঠুৰ কংসই তেওঁক তিৰস্কাৰ কৰি তেওঁৰ হাতৰপৰা সেই কন্যাটিক কাঢ়ি আনিলে। কংসৰ মূল স্বাৰ্থ হৈছে নিজৰ প্ৰাণ-ৰক্ষা। সেই কাৰণে তেওঁৰ আত্মীয়-স্নেহ নাইকিয়া হৈ গৈছে। কংসই সদ্যোজাতা কন্যাটিক ভৰিৰে গচকি লৈ সবলে শিলত আছাৰ মাৰি পেলাই দিলে।

বিষ্ণুৰ অনুজা সেই কন্যা শিলাপৃষ্ঠত নিক্ষিপ্তা হৈ কংসৰ হাতৰপৰা উৰ্দ্ধত উঠি আকাশলৈ গমন কৰিলে। আকাশত সেই কন্যা দেৱী ৰূপে সকলোৰে দৃষ্টি গোচৰ হ'ল। সেই দেৱীৰ আছিল আঠখন মহাভুজ। তাত তেওঁ ধনু, শূল, বাণ, চৰ্ম্ম, অসি, শঙ্খ, চক্ৰ আৰু গদা ধাৰণ কৰিছিল।

তেতিয়া সিদ্ধ চাৰণ অপ্সৰা কিন্নৰ আৰু নাগবিলাকে বহু উপকৰণেৰে পূজা কৰি দেৱীৰ স্তৱ কৰিব ধৰিলে। এনে অৱস্থাত দেৱীয়ে কংসক এইদৰে ক'লে—ওৰে মূৰ্খ কংস। মোক বধ কৰিলে তোৰ কি লাভ হ'ব? তোক বিনাশ কৰোঁতা পূৰ্ব্ব শত্ৰু আন ঠাইত জন্ম গ্ৰহণ কৰিছে। মই গুপ্তপ্ৰভাৱশালিনী, মোক তই অনাহকতে হিংসা কৰিলি।

পাছে যোগমায়া হাসিয়া বোলন্ত
শুনৰে কংস নিষ্খল।
আমাক মাৰিয়া কোন ফল পাইবি
যাইবি পাপী ৰসাতল।।
যি ঠাইত সি ঠাইত উপজিল গৈয়া
তোৰ পূৰ্ব্ব প্ৰাণ বৈৰী।
দুখী দেৱকীক ব্যৰ্থে হিংসা কৰ
অধোগতি যাইবি মৰি।।

ভগৱতী মায়াদেৱী এইদৰে কৈ অন্তৰ্হিতা হ'ল আৰু পৃথিৱীত বহুনামে আখ্যাত হৈ বহু স্থানত পূজিতা হ'বলৈ ধৰিলে।

কংসই সেই মায়াদেৱীৰ কথা শুনি অতিশয় সংশয়ান্বিত হ'ল আৰু দেৱকী আৰু বসুদেৱক বন্ধনমুক্ত কৰি দি বিনীতভাৱে কবলৈ ধৰিলে—

হে ভগিনী! হে ভগিনীপতি। তোমালোক মোৰ আত্মীয়। হায়! হায়! ৰাক্ষসে যেনেকৈ নিজৰ সন্তানক বধ কৰে, সেইদৰে মই পাপাত্মাই তোমালোকৰ সন্তানবোৰক বধ কৰিছোঁ।

তোমালোকৰ পুত্ৰ-হন্তা হৈ দয়া-মায়া সকলোকে বিসৰ্জ্জন দিছোঁ। সেই কাৰণে জ্ঞাতি আৰু বান্ধৱবিলাকে মোক পৰিত্যাগ কৰিছে। মই অতি নিষ্ঠুৰ। ব্ৰহ্মঘাতী ব্যক্তিৰ দৰে জীৱন্মৃত হৈ আছোঁ। কব নোৱাৰোঁ—মৃত্যুৰ পাছত মই কোন লোকলৈ যাম।

মানুহেইহে যে মিছা কথা কয় এনে নহয়, দেখা যায় দেৱতাসকলেও মিছা কথা কয়। দৈৱবাণীত বিশ্বাস কৰিয়েই মই ভগিনীৰ পুত্ৰবিলাকক বধ কৰিলোঁ।

আছোক মনুষ্য দেৱ মিছামাতে
কি ভৈল কালৰ ধৰ্ম্ম।।

হে মহাভাগদ্বয়! জীৱে নিজ নিজ কৰ্মৰ অধীন বুলি সদায় একে ঠাইতে একেলগে থাকিব নোৱাৰে। পূৰ্ব জন্মৰ কৰ্ম অনুসাৰে গমনাগমন কৰিব লাগে। মনুষ্যৰ জীৱন ক্ষণস্থায়ী। তোমালোকৰ পুত্ৰবিলাকেও নিজৰ নিজৰ কৰ্মফল ভোগ কৰিছে। তাৰ বাবে তোমালোকে শোক নকৰিবা! দেহবোৰৰে জন্ম মৰণ হয়, আত্মাৰ নহয়। আত্মাৰ এই তত্ত্ব আমাৰ যথাযথ ৰূপে অবগত নহয় কাৰণে আমাৰ দেহাদিত আত্মাভিমান হয় আৰু "মই দেৱতা", "মই মনুষ্য" এই ৰূপ ভেদ বুদ্ধি হয় আৰু দেহাদিৰ লগত জন্ম আৰু মৰণ হয়; আকৌ তাৰে পৰাই সুখ দুঃখৰ প্ৰৱাহত সংসাৰ হয়। অজ্ঞানী জীৱৰ এই সংসাৰৰ জ্ঞান উদয় নোহোৱা পৰ্য্যন্ত নিবৃত্তি নহয়।

হে ভদ্ৰে! যি হেতুকে সকলোৱে দৈৱাধীন হৈ নিজ নিজ কৰ্ম ফল ভোগ কৰে, সেই হেতুকে মই যদিও তোমাৰ পুত্ৰবিলাকক বধ কৰিছোঁ, তথাপি তুমি তাৰ বাবে শোক নকৰিবা।

দেহাত্মবুদ্ধি জীৱ যিমানদিন নিজকে "মই মৰিলো বা অপৰক বধ কৰিলোঁ" এইদৰে ভাবে, সিমানদিন দেহৰ নাশ হ'লেই আত্মাৰ নাশ হ'ল ভাবি পৰৰ বৈৰী হয় আৰু পৰক নিজৰ বৈৰী কৰে। এই ৰূপে আত্মজ্ঞান নোহোৱা পৰ্য্যন্ত জীৱৰ সুখ-দুঃখ প্ৰৱাহৰ সংসাৰ চলি থাকে।

হে ভগিনী! হে ভগিনীপতি! তোমালোক সাধু আৰু দীনবৎসল; অতএৱ মোৰ এই দৌৰাত্ম্য ক্ষমা কৰা। কংসই এইদৰে কৈ অশ্ৰুপূৰ্ণনয়নে উভয়ৰে চৰণত ধৰিলে।

তাৰ পাছত যোগমায়াৰ কথাত বিশ্বাস স্থাপন কৰি প্ৰিয় বাক্যাদিৰে সৌহাৰ্দ্দ্য দেখুৱাই দেৱকী আৰু বসুদেৱক শৃঙ্খল বন্ধনৰ পৰা মুক্ত কৰি দিলে।

দেৱকীয়ে ভ্ৰাতা কংসক অনুতপ্ত হোৱা দেখি তাৰ দৌৰাত্ম্য ক্ষমা কৰি, তাৰ প্ৰতি যি কোপ হৈছিল তাক পৰিত্যাগ কৰিলে। কংসই যে কৈছিল যে নিজৰ দেহতে অহং বুদ্ধি (দেহটোৱে মই এনে বুদ্ধি) অজ্ঞানতাৰ পৰাই জন্মে আৰু সেই অহংবুদ্ধিৰ পৰাই "এই দেহ মোৰ" আৰু "এক দেহ অপৰৰ" এইৰূপ ভেদবুদ্ধি হয়, সেই কথা সমৰ্থন কৰিলে। এই প্ৰকাৰ ভেদবুদ্ধি সম্পন্ন দেহধাৰী জীৱবিলাকে অজ্ঞানমূলক অহঙ্কাৰৰ দ্বাৰা শোক, হৰ্ষ, ভয়, দ্বেষ, লোভ, মোহ আৰু গৰ্ব্বেৰে পৰিপূৰ্ণ হৈ সেই অহঙ্কাৰৰ পৰা পৰস্পৰ যে নিজকে বিনষ্ট কৰিব ধৰিছে সেইটো দেখিবলৈ নাপায় অৰ্থাৎ সিহঁত যে পৰস্পৰ আত্মঘাতী হৈছে সেইটো বুজিব নোৱাৰে।

দেৱকী আৰু বসুদেৱে প্ৰসন্ন হৈ কংসক সৰল মনে এইদৰে কোৱাত কংসই তেওঁলোকৰ অনুমতি লৈ নিজৰ ঘৰলৈ গ'ল।

## কংসৰ অসুৰবিলাকৰ লগত মন্ত্ৰণা

ৰাতি পুৱালত কংসই নিজৰ মন্ত্ৰীবৰ্গক মাতি আনি যোগমায়াই যি যি কৈ গৈছে সেই সমস্ত কথা তেওঁলোকৰ আগত ক'লে।

দৈত্যবিলাক আগৰে পৰাই দেৱতাবিলাকৰ শত্ৰু; এতিয়া সিহঁতে সিহঁতৰ প্ৰভু কংসৰ কথা শুনি ক্ৰুদ্ধ হৈ কংসক এইদৰে ক'বলৈ ধৰিলে—

হে মহাৰাজ! আপোনাৰ শত্ৰু যদি আন কোনো ঠাইত জন্ম গ্ৰহণ কৰিছে, তেন্তে গ্ৰাম, পুৰ বা ব্ৰজ আদিত থকা যিবিলাক বালক-শিশুৰ বয়স দহ দিন অতিক্ৰম হোৱা নাই আৰু যিবিলাকৰ দহ দিন অতীত হৈ গৈছে সেইবিলাক বালক শিশুক আজিয়েই আমি বধ কৰিম।

তোমাৰ পুৰণি শত্ৰু উপজিল যেবে
আজ্ঞা কৰা পৃথিৱী বিচাৰো।
সাম্প্ৰতে যতেক শিশু উপজিয়া আছে মানে
মায়া কৰি সমস্তকে মাৰোঁ।।

আপোনাৰ শৌৰ্য্য বীৰ্য্যত দেৱতাসকল সদায় উদ্বিগ্ন হৈ থাকে, সেই দেৱতাসকলে উদ্যম প্ৰকাশ কৰি আমাক কি কৰিব?

দেৱতাসকলে আপোনাৰ লগত যুদ্ধত পৰাজিত হৈ প্ৰাণ ৰক্ষাৰ বাবে চাৰিওফালে পলায়ন কৰিছিল। কোনো কোনো দেৱতাই আপোনাৰ ভয়ত কাতৰ হৈ অস্ত্ৰ-শস্ত্ৰ পৰিত্যাগ কৰি প্ৰাণৰ ভয়ত কৃতাঞ্জলি হৈ থাকিছিল আৰু "আমি ভীত হৈছো" এইৰূপে কৈছিল। দয়া কৰি আপুনি সিহঁতক বধ কৰা নাই। সেই দেৱতা বিলাকে আমাৰ কি কৰিব পাৰিব? হৰিতো সদায় সকলোৰে হৃদয় গুহাতে থাকে—তেওঁ কি কৰিব পাৰে? শিৱ বনবাসী তেওঁৰে বা কি সামৰ্থ্য আছে? ইন্দ্ৰৰ সামৰ্থ্য অতি অল্প, সিয়েই বা আমাৰ কি কৰিব পাৰিব? ব্ৰহ্মাতো তপস্বী, তেওঁৰেই বা কি শক্তি আছে?

হে মহাৰাজ! দেৱতাসকলে যদিও আমাৰ একোকে কৰিব নোৱাৰিব, তথাপিতো সিহঁতক উপেক্ষা কৰা উচিত নহয়। সিহঁতক উচ্ছেদ কৰিব লাগিব। আপুনি আমালোকক যথাযোগ্য ভাৱে নিযুক্ত কৰক। আমি আপোনাৰ অনুগত।

দেহগত ৰোগক অৱহেলা কৰিলে যেনেকৈ সেই ৰোগ দুশ্চিকিৎস্য হৈ পৰে, ইন্দ্ৰিয় বিলাকক উপেক্ষা কৰিলেও সেইবোৰক বশীভূত কৰা দুঃসাধ্য হয়, সেইদৰে প্ৰৱল শত্ৰুক উপেক্ষা কৰিলে সিহঁত দলবদ্ধ হোৱাৰ পাছত সিহঁতক দমন কৰা দুঃসাধ্য হৈ পৰে।

বিষ্ণুই দেৱতাসকলৰ মূল। সেই বিষ্ণু য'তে সনাতন ধৰ্ম আছে তাতেই বাস কৰে। সেই ধৰ্মৰ মূল হৈছে বেদ, গো, ব্ৰাহ্মণ, তপস্যা আৰু সদক্ষিণা যজ্ঞ।

অতএৱ হে ৰাজন্! আমি সৰ্বপ্ৰকাৰ উপায় অৱলম্বন কৰি বেদবাদী, তপস্বী

আৰু যজ্ঞানুষ্ঠানকাৰী ব্ৰাহ্মানসকলক আৰু যজ্ঞীয় ঘৃত উৎপাদনকাৰিণী গাভীবিলাকক বধ কৰিম।

ব্ৰাহ্মণ, গো, বেদ, তপস্যা, সত্য, দম, শম, শ্ৰদ্ধা, দয়া, সহিষ্ণুতা আৰু বিবিধ যজ্ঞই হৈছে হৰিৰ শৰীৰ। বিষ্ণুই সকলো দেৱতাৰ অধিপতি, অসুৰ বিদ্বেষী আৰু সকলো জীৱৰে হৃদয়গুহাবাসী; ব্ৰহ্মা শিৱ প্ৰভৃতি সমস্ত দেৱতাৰ মূল বিষ্ণু। ঋষিসকলৰ যি বধ সাধন, সেয়ে বিষ্ণু-বধৰ উপায়।

কাল পাশত আৱদ্ধ দুৰ্ম্মতি কংসই দুষ্ট মন্ত্ৰী বিলাকৰ লগত এইদৰে মন্ত্ৰণা কৰি ব্ৰহ্মাবধ কৰাই হিতকৰ বুলি মনে কৰিলে আৰু হিংসাপ্ৰিয় আৰু কামৰূপধাৰী দৈত্যবিলাকক সাধুলোকবিলাকক উৎপীড়ন কৰিবলৈ চাৰিওফালে পঠাই দি নিজৰ ঘৰত প্ৰৱেশ কৰিলে।

ৰজোগুণী দৈত্যবিলাকৰ মৃত্যু ওচৰ চাপি আহিছে আৰু সেইবাবে তমোগুণত বিমোহিত-চিত্ত হৈ সজ্জনবিলাকৰ বিদ্বেষ কৰিব ধৰিলে।

বিদ্বেষ কৰি সজ্জনবিলাকক অবমাননা কৰিলে তাৰ ফল কেৱল মৃত্যুয়েই নহয়; পৰন্তু সজ্জন লোকৰ অৱমাননা কৰিলে তাৰ দ্বাৰা ব্যক্তিৰ আয়ু, সম্পদ, কীৰ্তি, ধৰ্ম, পুণ্যাৰ্জিত স্বৰ্গলোক, শুভ কামনা আৰু সমুদয় বিনষ্ট হয়—এই কথা সিহঁতে বুজি নাপালে।

# নন্দোৎসৱ

নন্দই পুত্ৰৰ জন্মোৎসৱ পাতিলে। পুত্ৰ জন্মিছে দেখি ব্ৰজৰাজ নন্দ হৰ্ষান্বিত আৰু হৃষ্টচিত্ত হৈছিল। তেওঁ স্নান কৰি পৱিত্ৰ আৰু অলঙ্কৃত হৈ দৈৱজ্ঞ ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰি আনিলে। তেওঁলোকৰদ্বাৰা স্বাস্তিবাচন কৰাই পিতৃ পুৰুষসকলক আৰু দেৱতাসকলক অৰ্চনা কৰি পুত্ৰৰ জাত-কৰ্ম যথাবিধি সম্পাদন কৰালে।

ব্ৰাহ্মণসকলক তেওঁ অলঙ্কৃত দুই লক্ষ গাড়ী, বহু সোণ, ৰত্ন আৰু বস্ত্ৰ দান কৰিলে।

কালৰ দ্বাৰা যেনেকৈ অপৱিত্ৰ ঠাই শুদ্ধ হয়, স্নানৰ দ্বাৰা যেনেকৈ দেহ শুদ্ধ হয়, শৌচৰ দ্বাৰা দেহৰ মল আদি পৰিশুদ্ধ হয়, তপস্যাৰ দ্বাৰা যেনেকৈ ইন্দ্ৰিয়বোৰ পৰিশুদ্ধ হয়, যজ্ঞৰ দ্বাৰা যেনেকৈ ব্ৰাহ্মণসকল পৰিশুদ্ধ হয়, দানৰ দ্বাৰা যেনেকৈ ধন, ৰত্ন আৰু অন্ন বস্ত্ৰবোৰ পৰিশুদ্ধ হয়, সন্তুষ্টিৰ দ্বাৰা যেনেকৈ মন শুদ্ধ হয় আৰু পৰমাত্মাৰ উপাসনাৰ দ্বাৰা যেনেকৈ জীৱ শুদ্ধ হয়, সেইদৰে জাত কৰ্মাদি সংস্কাৰৰ দ্বাৰা সন্তান পৰিশুদ্ধ হয়।

এই নন্দোৎসৱত সমগ্ৰ ব্ৰজধাম সুসজ্জিত হৈ উঠিছিল। বিচিত্ৰ ধ্বজ, পতাকা, মাল্য, পল্লৱ আৰু তোৰণসমূহৰে সমগ্ৰ পুৰী অলঙ্কৃত হৈছিল। ব্ৰজধামৰ সকলোবোৰ বৃষ আৰু গাই দামুৰিবিলাকক তৈল হালধিৰে অনুলিপ্ত কৰা হৈছিল আৰু নানা ধৰণৰ ধাতু ময়ুৰ পুচ্ছৰ মালা, বস্ত্ৰ আৰু সুৱৰ্ণৰ মালাৰে পৰিশোভিত কৰা হৈছিল।

ব্ৰজবাসিনী গোপীসকলেও যশোদাৰ পুত্ৰ সন্তান জন্ম হৈছে শুনি আনন্দিত হৈ বস্ত্ৰ অলঙ্কাৰ অঞ্জন আৰু সুগন্ধি দ্ৰব্যেৰে বিভুষিতা হৈছিল আৰু ব্ৰজবাসী গোপসকলেও মহামূল্য বস্ত্ৰ, আভৰণ আৰু ছোলা পাগুৰীৰে বিভূষিত হৈ নানা প্ৰকাৰ উপহাৰ হাতত লৈ নন্দৰ গৃহত উপস্থিত হৈছিল।

গোপীসকলে নন্দৰ গৃহত উপস্থিত হৈ হালধি গুড়ি, সুগন্ধি তৈল আৰু পানীৰে পৰস্পৰক অভিষিক্ত কৰিবলৈ ধৰিলে। নন্দপুত্ৰ শ্ৰীকৃষ্ণক "তুমি চিৰজীৱী হৈ আমাক পালন কৰি থকা" এই আশীৰ্বাদ দি বিষ্ণুৰ নাম কীৰ্তন কৰিব ধৰিলে। সেইদৰে গোপবিলাকেও আনন্দিত হৈ দধি, দুগ্ধ, ঘৃত আৰু জলেৰে পৰস্পৰে পৰস্পৰক অভিষিক্ত কৰিবলৈ ধৰিলে।

নন্দ ৰজাই সকলোকে বস্ত্ৰ আভৰণ আৰু গৰু গাই যথাযোগ্যভাৱে দান কৰিলে।

মহাভাগ্যৱতী ৰোহিনীও দিব্য বসন ভূষণ, মাল্য আৰু কণ্ঠাভৰণেৰে বিভূষিতা হৈ নন্দালয়ত উপস্থিত হৈ কেউফালে চাই ফুৰিব ধৰিলে আৰু তাৰবাবে নন্দ ৰজাই ৰোহিনীক যথাযোগ্য অভিনন্দন জনাইছিল।

ভগৱান শ্ৰীকৃষ্ণ নন্দালয়লৈ অহাৰ পৰাই গোপৰাজ নন্দৰ ব্ৰজধাম সৰ্বসমৃদ্ধিৰে পৰিপূৰ্ণ হৈছিল আৰু সেই ব্ৰজধাম লক্ষ্মীৰ বিহাৰ ভূমিত পৰিণত হৈছিল।

## নন্দ বসুদেৱৰ মিলন

ইয়াৰ পিছত এদিন নন্দৰজাই গোপবিলাকক গৰুবিলাক ৰক্ষা কৰিবলৈ আদেশ দি কংসক বাৰ্ষিক ৰাজস্ব আদায় দিবলৈ বুলি মথুৰালৈ গৈছিল।

বসুদেৱে নন্দভাই মথুৰালৈ আহিছে বুলি শুনি আৰু তেওঁ বসুদেৱৰো বাৰ্ষিক ৰাজস্ব আদায় কৰিছে বুলি জানিব পাৰি নন্দৰজা যি ঠাইত আছিল তালৈ গ'ল। তেওঁ সখীয়েক নন্দক সাক্ষাৎ কৰাত, নন্দৰজা আনন্দিত হৈ আৰু তেওঁৰ প্ৰতি থকা প্ৰেমপ্ৰীতিত বিহ্বল হৈ বাহুযুগলেৰে তেওঁক সাৱটি ধৰিলে।

বসুদেৱৰ মন তেওঁৰ দুই পুত্ৰ বলৰাম আৰু শ্ৰীকৃষ্ণৰ প্ৰতি আকৃষ্ট হৈ আছিল। এনে মানসিক অৱস্থাত যেতিয়া তেওঁক সেইদৰে সমাদৰ কৰি বহিবলৈ ক'লে তেওঁ আনন্দ মনে উপৱেশন কৰি নন্দ ৰজাক কুশল প্ৰশ্ন সুধিবলৈ ধৰিলে।

হে ভ্ৰাতঃ! তোমাৰ কোনো সন্তান নাছিল আৰু তুমি বৃদ্ধ হৈছা বুলি ভাবি ইমানদিনে পুত্ৰলাভৰ আশাও এৰি দিছিলা; কিন্তু এতিয়া তোমাৰ যে এটি পুত্ৰ জন্মিছে, সেইটো বৰ মঙ্গলৰ কথা হৈছে। সংসাৰ চক্ৰত পুত্ৰলাভ কৰি তোমাৰ যেন পুনৰ্জন্ম হৈছে তেনে যেনহে দেখিছোঁ। আহা! প্ৰিয় ব্যক্তিৰ দৰ্শন লাভ হঠাৎ হৈ নুঠে। বিভিন্ন কৰ্মক্ষেত্ৰত সুহৃদবিলাক বিচৰণ কৰি থাকে; প্ৰত্যেকজনৰে কৰ্মক্ষেত্ৰ সুকীয়া সুকীয়া, সেই কাৰণে লগ লাগি থকা সম্ভৱ হৈ নপৰে; সেই কাৰণে আমিও একেলগে বসবাস কৰি থাকিব নোৱাৰোঁ। তুমি বন্ধুবৰ্গৰ সৈতে যি ঠাইত বাস কৰি আছা তাত সকলোৰে কুশলতো? তোমাৰ গৰু বিলাকৰ ভাল নে? তাত গৰুৰ কোনো সংক্ৰামক ৰোগ হোৱা নাইতো? তাত প্ৰচুৰ পৰিমাণে তৃণ, জল আৰু বৃক্ষলতা আদি আছে নে?

হে ভ্ৰাতঃ! মোৰ এক পুত্ৰ তোমাকেই পিতৃ বুলি ভাবি যশোদা আৰু তোমাৰ দ্বাৰাই লালিত পালিত হৈ আছে। সি তাৰ মাতৃ ৰোহিণীৰ লগত ব্ৰজধামত বাস কৰি আছে নে? শাস্ত্ৰত বৰ্ণনা কৰা আছে যে স্বজনবিলাকৰ উদ্দেশ্যে যি ধৰ্ম, অৰ্থ, আৰু কাম এই ত্ৰিবৰ্গ সাধন কৰা হয়, সেয়ে পুৰুষৰ সাৰ্থকতা। স্বজনবিলাক দুঃখত থাকিলে ত্ৰিবৰ্গ সাধনৰ সাৰ্থকতা নহয়—সি নিৰৰ্থক হয়।

নন্দই উত্তৰত কলে— হায়! দেৱকীৰ গৰ্ভজাত তোমাৰ বহু পুত্ৰ কংসই বধ কৰিছে। অৱশেষত এটি মাত্ৰ কন্যা আছিল। সেইটোও স্বৰ্গলৈ গৈছে। একমাত্ৰ ভগৱানেই সৰ্ব দুঃখ নিবৃত্তিৰ কাৰণ বুলি জানিবা।

বসুদেৱে ক'লে যে তোমালোকৰ ৰাজহ আদায় দিয়া হৈছে, আমাৰ লগতো সাক্ষাৎকাৰ হ'ল। এতিয়া তোমালোকৰ ইয়াত বেছি দিন থকা উচিত নহয়? কাৰণ গোকুলত (ব্ৰজধামত) নানাবিধ উৎপাত আৰম্ভ হৈছে।

বসুদেৱৰ এই সতৰ্কবাণী শুনি নন্দৰজা লগত অহা গোপ বৰ্গৰে সৈতে গৰুৰ গাড়ীৰে গোকুললৈ যাত্ৰা কৰিলে।

# শ্ৰীকৃষ্ণৰ শিশুলীলা

## পূতনা বধ

বসুদেৱে নন্দক কৈছিল যে ব্ৰজধামত নানা প্ৰকাৰ উৎপাত আৰম্ভ হৈছে। নন্দ মথুৰাৰপৰা ব্ৰজধামলৈ যাওঁতে বাটত "বসুদেৱৰ কথা কেতিয়াও মিছা নহয়" এই কথা চিন্তা কৰি উৎপাত হোৱাৰ সম্ভাৱনাত শঙ্কিত হৈ শ্ৰীহৰিৰ শৰণাপন্ন হৈছিল।

প্ৰকৃততে পূতনা নাম্নী ৰাক্ষসী এজনীয়ে কংসৰ আদেশত ব্ৰজধামৰ শিশুবিলাকক হত্যা কৰি ঘূৰি ফুৰিছিল। সেই কামৰূপিনী আকাশবিহাৰিণী মায়াবিনী পূতনা এদিন নন্দগোকুলৰ ওচৰলৈ আহি নিজকে এক সুন্দৰী নাৰীৰূপে পৰিণত কৰি তাৰ ভিতৰত প্ৰৱেশ কৰিলে। তাই এনেদৰে সাজসজ্জা কৰিছিল, এনে ৰূপ ধাৰণ কৰিছিল আৰু এনে বস্ত্ৰ আৰু অলঙ্কাৰ পিন্ধিছিল যে তাইক সাক্ষাৎ লক্ষ্মীদেৱী বুলি গোপীসকলে ভাবিছিল। তেওঁলোকে ভাবিছিল যে নন্দগোকুলত কি জানি শ্ৰীহৰি আবিৰ্ভূত হৈছে আৰু সেই কাৰণে স্বয়ং কমলা দেৱী পতিক দৰ্শন কৰিবৰ আগ্ৰহত গোকুলত পদাৰ্পণ কৰিছে। সেই কাৰণে কোনেও তাইক যোৱাত হকা-বধা নকৰিলে।

হাতত ফুৰাৱে পদ্ম বদন হাসিত।
আসিলন্ত লক্ষ্মী যেন স্বামীক দেখিত।।

পূতনা বালকবিলাকৰ দুষ্টগ্ৰহ স্বৰূপ। তাই নন্দগোকুলত শিশু অন্বেষণ কৰি কৰি যদৃচ্ছাক্ৰমে নন্দৰ ঘৰত উপস্থিত হৈ শয্যাৰ ওপৰত এটি বালকক দেখা পালে। সেই বালকৰ বৰণ আৰু তেজৰ জেউতি অতিশয় উজ্জ্বল আছিল যদিও আন মানুহৰ চকুত সেই জেউতি ধৰা নপৰিছিল; সেই কাৰণে তেওঁ অসৎ ব্যক্তিৰ বিনাশক আছিল বুলি কোনেও চিনিব নোৱাৰিছিল। পূতনায়ো চিনিব নোৱাৰিলে। সেই তেজ ছায়ে ঢকা অগ্নিতুল্য আছিল। বালকঘাতিনী পূতনাক দেখি বালকৰূপী শ্ৰীভগৱানে চকু মুদি থাকিলে। সেই কাৰণে অজ্ঞব্যক্তিয়ে যেনেকৈ ৰছি বুলি কালসৰ্প হাতত তুলি লয়, পূতনায়ো সেইদৰে অসৎ লোকৰ কাল স্বৰূপ ভগৱানক নিজৰ কোলাত তুলি ল'লে।

অপৰিচিতা ৰমণী এগৰাকীয়ে হঠাতে আহি শ্ৰীকৃষ্ণক তুলি লোৱা দেখি যশোদা আৰু ৰোহিণীয়ে নিষেধ নকৰিলে, কাৰণ সেই ৰমণী বাহ্যিক ব্যৱহাৰত বৰ নম্ৰ আৰু কোমল প্ৰকৃতিৰ আছিল, যদিও আন্তৰিক অতিশয় নিৰ্দ্দয় আছিল আৰু সেই ৰমণী ইমান সুন্দৰী আছিল যে তাইক সহসা ঘৰৰ ভিতৰত দেখি তাইৰ ৰূপৰ প্ৰভাত তেওঁলোক অভিভূত হৈছিল। যশোদা আৰু ৰোহিণীয়ে

কেৱল তাইৰ ফালে চাই হে থাকিল—নিবাৰণ কৰিব নোৱাৰিলে। সেই ক্ৰুৰস্বভাৱা ৰমণীয়ে বালকক কোলাত লৈ নিজৰ স্তন বালকৰ মুখত দিলে। সেই স্তন তীক্ষ্ণ বিষেৰে পৰিপূৰ্ণ আছিল আৰু সেই বিষপূৰ্ণ স্তনৰ দুধ জীৱন নাশক আছিল। বালকৰূপী শ্ৰীভগৱানে সেই কথা জানিব পাৰি সেই স্তনটোক দুয়ো হাতেৰে দৃঢ়ভাৱে চেপি ৰমণীৰ প্ৰাণ পৰ্য্যন্ত চুহি পান কৰিব ধৰিলে।

তেতিয়া পূতনাই সমস্ত মৰ্ম্মস্থানত অসহনীয় যন্ত্ৰণা অনুভব কৰিব ধৰিলে আৰু বালকক "এৰি দে এৰি দে" "হৈছে হৈছে" বুলি চিঞৰিব ধৰিলে।

হাতে হেম্পচয় মৰ্মছেদ পীড়া পাই।
এড় এড় বুলি আতি পিশাচী ছেঞ্চাই।।

পূতনাৰ সমস্ত শৰীৰৰ ঘাম ওলাব ধৰিলে আৰু চকু দুটা বিস্ফাৰিত কৰি পুনঃ হাত ভৰি আছাৰিব ধৰিলে। পূতনাৰ চিঞৰত স্বৰ্গ মৰ্ত্ত্য পাহাৰ পৰ্বত কঁপিব ধৰিলে। ৰসাতল দিঙ্মণ্ডল প্ৰতিধ্বনিত হবলৈ ধৰিলে আৰু বজ্ৰপাত হ'ব বুলি ভয় কৰি মানুহবিলাকে মাটিত শুই পৰিলে।

এইদৰে দাৰুণ যন্ত্ৰণাত নিপীড়িত হৈ সেই পূতনা ৰাক্ষসীয়ে নিজৰ ৰূপ ধাৰণ কৰিলে আৰু মুখ মেলি হাত ভৰি চুলি প্ৰসাৰিত কৰি বজ্ৰাহত বৃত্ৰাসুৰৰ দৰে গৰু চৰণীয়া পথাৰত প্ৰাণ ত্যাগ কৰি পৰি থাকিল।

স্তনৰ পীড়াত তাইৰ হৰিল চেতনা।
বেক্ত বাই নিজৰূপে পৰিল পূতনা।।

পূতনাই যে জীৱিত অৱস্থাতেই জীৱ হিংসা কৰিছিল এনে নহয়. মৃত্যুৰ সময়তো তাইৰ পতনৰ লগে লগে চাৰিওফালে তেৰ চৈধ্য মাইলৰ ভিতৰত থকা গছ-গছনিবোৰো চূৰ্ণ বিচূৰ্ণ হৈ গ'ল। সি এক আশ্চৰ্য্যজনক ঘটনা।

তাইৰ সেই শৰীৰত লাঙ্গলৰ ফালৰ নিচিনা আছিল দাঁতবোৰ, পৰ্বতৰ গুহাৰ নিচিনা আছিল নাকৰ বিন্ধা দুটা, বৃহৎ দুই খণ্ড শিলৰ নিচিনা আছিল স্তন দুটা, তাইৰ হাত দুখন আৰু ভৰি দুখন আছিল বন্ধা দলঙৰ নিচিনা, উদৰ আছিল পানী নথকা হ্ৰদ এটাৰ নিচিনা আৰু তপিনা দুখন আছিল যেন নদীৰ বিস্তৃত পাৰ।

সেই ৰাক্ষসীৰ চিঞৰত গোপ আৰু গোপীসকলৰ হৃদয়, কাণ আৰু মস্তক যেন ফাটি গৈছিল আৰু এতিয়া সকলোৱে সেই অতি ভীষণ কলেবৰ দেখি আতঙ্কিত হৈ উঠিছিল।

বালকটি কিন্তু অকুতোভয়ে ৰাক্ষসীৰ বুকুৰ ওপৰত খেলা কৰি আছিল। তেতিয়া গোপীসকলে সন্ত্ৰস্ত হৈ ওচৰলৈ আহি তেওঁক তুলি ল'লে।

তাৰ পাছত সেই গোপীসকলে যশোদা আৰু ৰোহিণীৰ লগত গৰুৰ

লেজেৰে বালকক বিছিলে, সৰিয়হ গাত চটিয়াই দিলে আৰু কুলা ছুবলৈ দি বালকৰ সৰ্বপ্ৰকাৰে আৰু সম্যক্‌ৰূপে ৰক্ষাবন্ধন কৰিলে।

তাৰ পাছত গো-মূত্ৰ আৰু গো-ধুলিৰে বালকক স্নান কৰাই শৰীৰৰ দ্বাদশ অঙ্গত কেশৱাদি দ্বাদশ নাম লিখি ৰক্ষা বিধান কৰিলে। বীজন্যাস কৰি ৰক্ষা কৱচ পাঠ কৰিলে। দিক্‌বিলাকতো ৰক্ষা বিধান কৰিলে।

তাৰ পাছত ডাকিনী, ৰাক্ষসী, ভূত-প্ৰেত পিশাচ আদিৰপৰা ৰক্ষাবন্ধনবো বিধান কৰিলে।

স্নেহত আৱদ্ধা গোপীসকলে এইদৰে বালকৰ ৰক্ষা বিধান কৰাৰ পাছত যশোদা মাতৃয়ে পুত্ৰক স্তন্য পান কৰাই শুৱাই থ'লে।

তাৰ পাছত ব্ৰজবাসী গোপসকলে পূতনাৰ শৰীৰ কুঠাৰেৰে খণ্ড খণ্ড কৰি কাটি দূৰলৈ নি দাহন কৰিলে। শ্ৰীকৃষ্ণৰ সংস্পৰ্শ মাত্ৰকে পূতনাৰ দেহৰ পাপৰাশি বিনষ্ট হৈছিল। তাৰ পাছত ভগৱদ্‌ভক্ত গোপসকলে সেই দেহ দাহ কৰাত দগ্ধ দেহৰ ধোঁৱা অগৰুৰ দৰে সৌৰভময় হৈছিল আৰু সেই ধোঁৱা ওপৰলৈ উঠি যোৱাত শ্ৰীকৃষ্ণৰ উপভোগ্য হৈছিল।

নৰশিশুঘাতিনী ৰাক্ষসী পূতনা প্ৰাণ নাশ কৰিবৰ অভিপ্ৰায়ত শ্ৰীহৰিক বিষে ভৰা স্তন দান কৰিও সদগতি পালে, তেনে ক্ষেত্ৰত পৰমাত্মা শ্ৰীকৃষ্ণক শ্ৰদ্ধা ভক্তি সহকাৰে পত্ৰ পুষ্প আদি কোনো প্ৰিয়তম বস্তু প্ৰদান কৰি কৃষ্ণৰ মাতৃসকলৰ দৰে যে সদগতি লাভ কৰিব তাত কোনো সন্দেহ নাই।

## শকট ভঞ্জন

শ্ৰীকৃষ্ণৰ যেতিয়া বয়স তিনি মাহ হ'ল, তেতিয়া তেওঁৰ ই বাগৰ সি বাগৰ কৰিবৰ সামৰ্থ্য হ'ল। এই সময়ত সংস্কাৰ হিচাপে শিশুক মহাভিষেক কৰিবৰ নিয়ম আছে। নন্দৰাণী যশোদা দেৱীয়ে পুত্ৰৰ জন্ম নক্ষত্ৰ চাই সেই উৎসৱ পাতিলে। গোপস্ত্ৰীসকলক নিমন্ত্ৰণ কৰি আনিলে আৰু তেওঁলোকক লৈ বাদ্য সঙ্গীত সহকাৰে ব্ৰাহ্মণসকলৰ দ্বাৰা মন্ত্ৰ উচ্চাৰণ কৰাই অতি ৰমণীয়ভাৱে পুত্ৰৰ অভিষেক ক্ৰিয়া সম্পাদন কৰিলে।

শিশুক স্নান কৰাই বস্ত্ৰ অলঙ্কাৰ পিন্ধোৱা হ'ল। ব্ৰাহ্মণসকলে অন্নাদি ভোজ্য বস্ত্ৰ, মাল্য আৰু অভীষ্ট গাভীদান গ্ৰহণ কৰি মাঙ্গলিক কাৰ্য্য সম্পাদন কৰিলে আৰু নন্দৰাণী যশোদাই বালকৰ চকুত টোপনি অহা দেখি লাহে লাহে শয্যাত শয়ন কৰাই থ'লে।

তাৰ পাছত যশোদা দেৱী ব্ৰজবাসীসকলৰ সম্বৰ্দ্ধনা কাৰ্যত ব্যাপৃতা হ'ল। ইতিমধ্যে পুত্ৰ যে জাগৰিত হৈ ক্ৰন্দন কৰিব ধৰিছে যশোদা দেৱীয়ে সেইটো মুঠেই শুনা নাই। বালকে স্তন্য পান কৰিবৰ কাৰণে কান্দি কান্দি ভৰি দুখন ওপৰলৈ তুলি দিছে।

যশোদা দেৱীয়ে বালকক এখন গৰুৰ গাড়ীৰ তলতে শয্যা পাতি শুৱাই থৈছিল। শিশু ভগৱান্ শ্ৰীকৃষ্ণই কান্দি কান্দি ভৰি দুখন ওপৰলৈ তোলোঁতে তেওঁৰ ক্ষুদ্ৰ আৰু অতি কোমল এখন ভৰিৰ আঘাতত গাড়ীখন এনেদৰে উলটি পৰিল যে দৈ দুধ থকা কাহঁৰ আৰু পিতলৰ ঘটবিলাক ভাগি গ'ল। গাড়ীখনৰো চকা আৰু চকাৰ ধুৰাডাল ভাগি যোৱাত যুৱঁলীখনো ভাগি গ'ল। এই গাড়ীখনত (শকটখনত) শকটাসুৰে মায়া কৰি প্ৰৱেশ কৰি আছিল আৰু সেইখনেৰে নন্দৰ পুত্ৰ শ্ৰীকৃষ্ণক চেপি মাৰিব খুজিছিল কিন্তু শ্ৰীকৃষ্ণৰ ভৰিৰ লাথিত শকট-ভঞ্জনৰ লগে লগে শকটাসুৰো নিহত হ'ল। মাটিও কঁপি উঠিল।

কান্দন্তে কৃষ্ণৰ চৰণ আঘাতে
উলটি শকট পৰিল।
উকবিল চক্ৰ সলকা যুৱালী
মাটিও আতি লৰিল।।

এনে এটি অদ্ভুত ঘটনা ঘটা দেখি সেই অঙ্গ পৰিবৰ্তনৰ উৎসৱত অহা গোপস্ত্ৰীসকল ব্যাকুলিত হৈ কবলৈ ধৰিলে যে এই শকটখন আপোনা আপুনি কেনেকৈ লুটিবাগৰ খালে? গোপ আৰু গোপীসকলে ইয়াৰ একো কাৰণ অৱধাৰণ কৰিব নোৱাৰিলে। তেতিয়া ওচৰতে থকা ল'ৰাবিলাকে তেওঁলোকক ক'লে যে কান্দি কান্দি এখন ভৰিৰে কৃষ্ণই শকটখন পেলাই দিছে। ইয়াত সন্দেহ কৰিব লগা একো নাই। বয়সিয়াল লোকসকলে কিন্তু সেই কথা বিশ্বাস নকৰিলে।

কোনোবা দুষ্টগ্ৰহৰ আক্ৰমণত এনে ঘটনা ঘটিব পাৰে বুলি শঙ্কা কৰি যশোদাই ৰোৰুদ্যমান পুত্ৰক কোলাত তুলি লৈ পিয়াহ দিব ধৰিলে আৰু ব্ৰাহ্মণসকলৰ দ্বাৰা বেদমন্ত্ৰ পাঠ কৰাই মঙ্গল বিধান কৰালে। ৰজা নন্দই বেদজ্ঞ আৰু ধৰ্মনিষ্ঠ ব্ৰাহ্মণসকলক যথাযোগ্য দান দি বালকক আশীৰ্বাদ কৰালে। সেই ব্ৰাহ্মণবিলাক বেদজ্ঞ আৰু ভগৱদ্ভক্ত আছিল, সেই কাৰণে তেওঁলোকৰ আশীৰ্বচন সম্পূৰ্ণ ফলিছিল, কেতিয়াও নিষ্ফল হোৱা নাছিল।

"বেদবিদ বিপ্ৰগণে যত্তেক বুলিলা মানে
বিফল নভৈল কদাচিত।"

## তৃণাবৰ্ত্ত (চক্ৰবাত) অসুৰ বধ

দিনেক যশোদা কৃষ্ণক কোলাত
উমলান্তে যেবে আছে।।

গিৰিশৃঙ্গ যেন গধুৰ লাগয়
ভাৰ পীড়িলেক আতি।।
কোলাৰ নমাই মাটিত থৈলন্ত
বিস্ময় ভৈলন্ত সতী।।

এদিনাখন সতী যশোদাই কৃষ্ণক পিয়াহ খুৱাই চুমাচাটা খাই পুত্ৰৰ লগত উমলি আছিল; এনে অৱস্থাত হঠাতে তেওঁ পৰ্ব্বত শৃঙ্গৰ দৰে শিশুৰ ভাৰ বৰ গধুৰ যেন বোধ কৰিলে আৰু তেওঁ শিশুক লৈ থাকিবলৈ অসমৰ্থা হ'ল। তেওঁ বৰ বিস্ময় মানি শিশুক মাটিত বহুৱাই থ'লে—শ্ৰীকৃষ্ণৰ বয়স তেতিয়া এবছৰ। শিশুক পুনঃ গ্ৰহই আক্ৰমণ কৰিছে বুলি ভাবি শ্ৰীহৰিৰ চিন্তাত নিমগ্ন হ'ল। তাৰ পাছত পুত্ৰক সুস্থ দেখি সাংসাৰিক কাৰ্যত প্ৰবৃত্ত হ'ল।

ইতিমধ্যে কংসই তৃণাবৰ্ত নামক এক দৈত্যক পঠাই দিলে। সেই দৈত্যই ঘূৰ্ণিবায়ুৰূপে সমগ্ৰ ব্ৰজধামক ধুলিৰে সমাচ্ছন্ন কৰি ব্ৰজবাসীসকলৰ দৃষ্টি বিলোপ কৰি দিলে আৰু অতি ভীষণ শব্দ কৰি দিক্-বিদিক্ প্ৰতিধ্বনিত কৰি মাটিত বহি থকা বালকক অপহৰণ কৰিলে।

মুহূৰ্ত কালৰ ভিতৰতে চৰণীয়া পথাৰৰ ধুলি বালি উৰি আহি সমস্ত ঠাই যেতিয়া আচ্ছন্ন কৰি অন্ধকাৰ কৰি পেলালে, তেতিয়া যশোদা দেৱী যি ঠাইত পুত্ৰক বহুৱাই থৈছিল, সেই ঠাইত তেওঁক দেখা নাপালে। ইফালে সিফালে অনুসন্ধান কৰিও কৃষ্ণক নেদেখিলে। তেতিয়া তেওঁ কৰুণ সুৰে ৰোদন কৰিব ধৰিলে।

প্ৰবন্ধে যশোদা খুজি পুত্ৰক নাপাই।
পুত্ৰ পুত্ৰ বুলি কান্দন্ত গেৰিয়াই।।

দৈত্য তৃণাবৰ্তই ধুমুহাৰ ৰূপ ধাৰণ কৰি লৈ যাব ধৰিছিল কিন্তু সেই বালকৰ অতি গধূৰ ভাৰ বহন কৰি লৈ যোৱা কাৰণে অসুৰৰ গতি ধীৰ হৈছিল। সেই অৱস্থাতো যদিও কোনো প্ৰকাৰে আকাশত উঠিছিল, তাৰ পাছত অসুৰ অসমৰ্থ হ'ল।

ইতিমধ্যে বালক কৃষ্ণই দুয়োহাতে তাৰ গল চেপি ধৰিছিল আৰু সি সেই অদ্ভুত বালকৰ ভাৰ তাৰ নিজতকৈয়ো অধিক আৰু পৰ্বত শৃঙ্গৰ ভাৰ যেন বোধ কৰিছিল; কিন্তু শ্ৰীকৃষ্ণই গল চেপি ধৰি থকাত সি তেওঁক পৰিত্যাগ কৰিবও পৰা নাছিল আৰু হাত ভৰি লৰাব চৰাবও পৰা নাছিল। ক্ৰমে ক্ৰমে তাৰ দেহ নিষ্পন্দ হ'ল, চকু দুটা বাহিৰ হৈ আহিল আৰু শেহত তাৰ প্ৰাণ বাহিৰ হৈ যোৱাত বালক শ্ৰীকৃষ্ণৰ লগতে তাৰ মৃতদেহ ব্ৰজধামৰ মধ্য ঠাইত নিপাতিত হ'ল। ৰুদ্ৰদেৱৰ বাণত বিদ্ধ হৈ ত্ৰিপুৰাসুৰৰ দৰে সেই ভীষণ দৈত্য আকাশৰপৰা শিলাপৃষ্ঠত পৰিল আৰু তাৰ দেহ চুৰ্ণ-বিচুৰ্ণ হৈ গ'ল।

শিলাত পৰিয়া অঙ্গ ভৈলা চূৰ্ণীকৃত।
ত্ৰিপুৰক ৰুদ্ৰে যেন পৰিলা ভূমিত।।

বালক শ্ৰীকৃষ্ণ সেই দৈত্যৰ বুকুত বহি আছিল। তেতিয়া গোপীবিলাকে শ্ৰীকৃষ্ণক তুলি লৈ যশোদাৰ হাতত দিলে। ব্ৰজধামৰ সকলোৱে নিৰতিশয় আনন্দিত হ'ল।

# শ্ৰীকৃষ্ণৰ বাল্যলীলা

এদিনাখন নন্দপত্নী যশোদাই চেনেহত আপ্লুত হৈ পুত্ৰক কোলাত লৈ পিয়াহ খুৱাই আছিল। পুত্ৰৰ পিয়াহ খোৱা যেতিয়া শেষ হ'ল, তেতিয়া তেওঁ পুত্ৰৰ হাঁহি থকা সুন্দৰ মুখখনলৈ চাই চাই চুমা খাই আছিল। এনেতে শ্ৰীকৃষ্ণই হামিয়াওঁতে তেওঁৰ মুখ মেলা গৈছিল। মাতৃ যশোদাই তেওঁৰ মুখৰ ভিতৰতে সমগ্ৰ বিশ্বখন দেখা পালে। পুত্ৰৰ মুখৰ ভিতৰতে সূৰ্য চন্দ্ৰ আকাশ পৃথিৱী জ্যোতিৰ্মণ্ডল দিঙ্মণ্ডল পৰ্বত দ্বীপ সমুদ্ৰ সকলোবোৰ আছে। হৰিণাক্ষী যশোদা দেৱী পুত্ৰৰ মুখত সহসা বিশ্ব দৰ্শন কৰি কঁপৰলৈ ধৰিলে আৰু চকু মুদি অতিশয় আশ্চৰ্য্যান্বিতা হৈ থাকিল।

## বলৰাম আৰু শ্ৰীকৃষ্ণৰ নামকৰণ

বলৰাম আৰু শ্ৰীকৃষ্ণৰ নামকৰণৰ বৈদিক সংস্কাৰৰ সময় উপস্থিত হৈছে বুলি বুজি পিতৃ বসুদেৱে তেওঁলোকৰ কুল পুৰোহিত গৰ্গ মুনিক নন্দৰ ব্ৰজধামলৈ পঠাই দিলে। মহাতপস্বী গৰ্গ সেই অনুসাৰে ব্ৰজধামত উপস্থিত হ'ল।

গোপৰাজ নন্দ অতিশয় আনন্দিত হৈ গৰ্গমুনিক সাদৰ সম্ভাষণেৰে আপ্যায়িত কৰি কবলৈ ধৰিলে—হে ব্ৰাহ্মণ! আপুনি জ্যোতিষশাস্ত্ৰ আৰু বেদশাস্ত্ৰ উভয়বিধতে শ্ৰেষ্ঠ। আপুনি বলৰাম আৰু কৃষ্ণৰ সংস্কাৰ কাৰ্য সম্পন্ন কৰক।

গৰ্গাচাৰ্য্যই ক'লে—হে গোপৰাজ! মই যদুবংশীয়বিলাকৰ আচাৰ্য্য বুলি পৃথিৱীৰ সৰ্বত্ৰ জনাজাত; মই তোমাৰ পুত্ৰৰ সংস্কাৰ কাৰ্য কৰিলে কংসই তেওঁক বসুদেৱৰ পুত্ৰ বুলি জানিব।

পাপমতি কংসই তোমাৰ আৰু বসুদেৱৰ বন্ধুত্বৰ বিষয়ে চিন্তা কৰি আৰু দেৱকী কন্যা যোগমায়াৰ বাণী শুনি 'দেৱকীৰ অষ্টম গৰ্ভ কেতিয়াও কন্যা হ'ব নোৱাৰে'' এইদৰে মনতে ভাবি দেৱকীৰ পুত্ৰ তোমাৰ ঘৰত আছে বুলি যদি সন্দেহ কৰে তেন্তে তোমাৰ অনৰ্থ ঘটিব।

নন্দই ক'লে—আপুনি গোচাৰণ আৰু অৰণ্য ভূমিত নিৰ্জন ঠাইত কেৱল মাত্ৰ স্বস্তিবাচন কৰি বালক দুটিৰ দ্বিজযোগ্য সংস্কাৰ সম্পাদন কৰক। এই বিষয়ে আনে নালাগে মোৰ নিজৰ আত্মীয় স্বজনেও জানিব নোৱাৰিব।

গৰ্গাচাৰ্য্যই নিজেই এই কাৰ্য্য সমাধা কৰিবৰ ইচ্ছা কৰি নন্দৰ ঘৰলৈ আহিছিল; এতিয়া নন্দৰ এনে ধৰণৰ প্ৰাৰ্থনাত নিৰ্জনত বালক দুটিৰ নামকৰণ সংস্কাৰ কাৰ্য সম্পাদন কৰিলে।

তাৰ পাছত গৰ্গাচাৰ্য্যই নন্দক ক'লে—ৰোহিণী পুত্ৰই নিজ গুণেৰে

আত্মীয়-স্বজনক আনন্দ দিব, সেই কাৰণে তেওঁৰ নাম হ'ব "ৰাম" আৰু অত্যধিক বলশালী হ'ব বুলি জনসাধাৰণে এওঁক "বল" বুলি জানিব। এই বালক নিজেই যদুবংশীয় বুলি যদুবংশৰ বিৰোধী পক্ষবিলাকক আকর্ষণ কৰি আনি পৰস্পৰৰ মিলন ঘটাব বুলি জনসাধাৰণে এওঁক "সঙ্কর্ষণ" বুলিও মাতিব।

আৰু তোমাৰ পুত্ৰই যুগে যুগে ভক্তসকলৰ ইচ্ছানুসাৰে বিভিন্ন মূৰ্ত্তি ধাৰণ কৰি আহিছে। পূৰ্বে তেওঁৰ শুক্ল, ৰক্ত আৰু পীত এই তিনি বৰ্ণ আছিল। এইবাৰ এওঁ কৃষ্ণবৰ্ণ ধাৰণ কৰিছে— সুতৰাং এওঁৰ নাম কৃষ্ণ ৰখা হ'ল।

তোমাৰ এই পুত্ৰই পূৰ্বে কেতিয়াবা বসুদেৱৰ পুত্ৰ ৰূপে জন্ম গ্ৰহণ কৰিছিল। এইবাবে জ্ঞানী লোকসকলে এওঁক "বাসুদেৱ" বুলিব আৰু নিত্য শ্ৰীসম্পন্ন বুলি "শ্ৰীমান্" বুলিব।

গৰ্গাচাৰ্য্যৰ উক্তিৰ সাধাৰণ অৰ্থত নন্দই ভাবি ল'লে যে এই বালকে পুৰ্বজন্মত কেতিয়াবা বসুদেৱৰ পুত্ৰ আছিল বুলি এই জনমত তেওঁৰ "বাসুদেৱ" নাম হ'ব। গৰ্গাচাৰ্য্যই কিন্তু যাৰ ভিতৰতে সমস্ত বিশ্ব বাস কৰে কিম্বা "যি জনা সমস্ত বিশ্ব ব্যাপি আছে" এইৰূপ যোগাৰ্থ থকা কাৰণে আৰু এই বালক এই জন্মতেই বসুদেৱৰ পুত্ৰ হৈ জন্মিছে বুলি বালকৰ বাসুদেৱ নাম ৰাখিলে। নন্দই সেইটো বুজিব নোৱাৰিলে।

তাৰ পাছত শ্ৰীকৃষ্ণই ভৱিষ্যতত কি কৰ্ম কৰিব সেইবোৰৰ বিষয়ে ভৱিষ্যত বাণী কৰি শেষত ক'লে—হে নন্দ! তোমাৰ এই পুত্ৰ বহুগুণী হ'ব আৰু সৌন্দৰ্য্য সম্পদ কীৰ্তি আৰু প্ৰভাৱত নাৰায়ণৰ তুল্য হ'ব। তুমি সাৱধানে এওঁক পালন কৰা।

## কৃষ্ণৰ বিৰুদ্ধে গোপীসকলৰ সস্নেহ অভিযোগ

সমগ্ৰ ব্ৰজধামৰ গোপ গোপীসকলৰ স্নেহ-প্ৰীতিৰ মাজত বলৰাম শ্ৰীকৃষ্ণ ডাঙৰ হৈ আহিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে উভয়ে কৌমাৰ অৱস্থা পালেহি। ঘৰে ঘৰে স্নেহ আদৰ পাই শ্ৰীকৃষ্ণই প্ৰত্যেকখন ঘৰকে নিজৰ ঘৰ হেন ভাবি ঘৰে ঘৰে উৎপাত কৰিব ধৰিলে। সি এক মনোহৰ বাল-চাপল্য।

গাই নতু দুহিবৰ সময় হোৱন্তে গৈয়া
দামুৰিক মেলন্ত মুৰাৰি।
নেমেল নেমেল বুলি আমি সবে মাতো যেবে
অধিক হাসন্ত ৰিঙ্গ পাৰি।।

গোপীসকলে আহি যশোদা মাইৰ আগত অভিযোগ দিয়ে যে—হে যশোদে! তোমাৰ এই পুত্ৰই গাই খিৰাবৰ সময় নৌহওঁতেই দামুৰিবোৰ এৰি দিয়ে। এই কাৰণে কোনো কোনোৱে ভৰ্ৎসনা কৰিবলৈ আহিবলৈ ধৰে। আকৌ

কেতিয়াবা মনে মনে চোৰৰ দৰে ঘৰত সোমাই দৈ দুধ খায়। কেতিয়াবা কেতিয়াবা সেই দৈ দুধ বান্দৰবিলাককো বিলাই দিয়ে। বান্দৰবিলাকে নেখালে সেই ভাণ্ডবিলাক ভাঙি পেলায়। কেতিয়াবা ঘৰত একো খোৱা বস্তু নাপালে গৃহস্থৰ ওপৰত খং কৰি সিহঁতৰ শিশু ল'ৰা-ছোৱালীবিলাকক কন্দুৱাই গুচি যায়।

যেতিয়া গোপীসকল গৃহকাৰ্য্যত ব্যস্ত থাকে তেতিয়া তোমাৰ এই পুত্ৰই হাতেৰে ঢুকি নোপোৱা ঠাইত দৈ দুধৰ ভাণ্ড থাকিলে পীড়া চ'কি টুল ইত্যাদি জোৰা লগাই সেই বস্তুবোৰ লাগ পাবৰ বুধি সাজে। ক'ত কোন পাত্ৰত কি বস্তু আছে, তোমাৰ পুত্ৰই সমস্তকে জানে। এইদৰে বুধি কৰিও যেতিয়া শিকাত থকা বস্তুবোৰ ঢুকি নাপায়, তেতিয়া লাঠিৰে সেই পাত্ৰবোৰ ফুটা কৰি দিয়ে। তোমাৰ পুত্ৰই অন্ধকাৰময় ঘৰতো নিজৰ শৰীৰৰ জ্যোতিতেই অভিলাষিত বস্তু দেখা পাই প্ৰয়োজন সাধন কৰে।

ইয়াৰ বাহিৰেও আৰু উপদ্ৰৱ কৰে। লিপি পুচি থোৱা ঘৰত চোৰৰ দৰে সোমাই গৈ শৌচ-প্ৰস্ৰাৱ কৰি থৈ আহে।

ঘৰ থওঁ লিপি পুচি তাতো ডাৰ্চ্চি পলাই যান্ত
আমি হাঁহি মৰো বুকুফাটি।
তোমাৰ কোলাত এবে নম্ৰাতি আছন্ত কৃষ্ণে
যেন সুবিনীত শিশুগুটি।।

গোপীসকলে শ্ৰীকৃষ্ণৰ মুখলৈ চাই চাই থাকি যশোদা মাতৃৰ আগত এইদৰে শ্ৰীকৃষ্ণৰ দুষ্টালিৰ বিষয়ে যেতিয়া সস্নেহ অভিযোগ দি থাকিছিল, শ্ৰীকৃষ্ণই তেতিয়া নিজৰ চকু মুখত এনে ভাও ধাৰণ কৰিছিল যেন তেওঁ অত্যন্ত ভীত হৈছে।

তৰ তৰ কৰি কৃষ্ণে মাকৰ মুখক চান্ত
দেখি যশোদাৰ ভৈল বেথা।।
নাহি ভয় বুলি বুকুত সাবটি আনি
মহা স্নেহে মুখে চুমা দিলা।

গোপীসকলৰ অভিযোগো আক্ষেপ-মূলক নহয়, মাতৃৰ শাসনো তিৰস্কাৰ-মূলক নহয়।

কোনো এদিনাখন বলৰাম প্ৰভৃতি গোপবালকবিলাকে শ্ৰীকৃষ্ণক লগত লৈ খেলা খেলি আছিল। তেওঁলোকে দেখিলে যে শ্ৰীকৃষ্ণই মাটি খাইছে। বালকবিলাক লৰি আহি যশোদা মাৱৰ ওচৰত গোচৰ দিলে। নন্দৰাণীয়ে সেই কথা শুনি কৃষ্ণৰ কিবা অসুখ হব পাৰে বুলি ভীতা হৈ খণ্ডতে কৃষ্ণক বিচাৰি পাই হাতত ধৰি সুধিলে— ওৰে দুষ্ট! তই কিয় মাটি খাইছ? তোৰ দাদা

বলৰামেও যেতিয়া আন আন বালকবিলাকৰ সৈতে তই মাটি খোৱা বুলি কৈছে, তেতিয়াতো সেই কথা মিছা হ'ব নোৱাৰে।

তেতিয়া শ্ৰীকৃষ্ণই ক'লে—হে মা! মই মাটি খোৱা নাই। এওঁলোকে মিছা কথা হৈছে। যদি তুমি তেওঁলোকে সঁচা কথা কোৱা বুলি ভাবা তেন্তে তুমি নিজৰ চকুৰে মোৰ মুখ চোৱা।

যশোদাই তেতিয়া কৃষ্ণক ক'লে—তই যদি মাটি খোৱা নাই, মেল, তোৰ মুখ মেল। মই চাওঁ। মাকৰ কথাত শ্ৰীকৃষ্ণই মুখ মেলি মাকক দেখুৱালে।

পুত্ৰৰ গৰ্ভত সমস্তে জগত
যশোদা দেখন্তে পাছে।

শ্ৰীকৃষ্ণৰ মুখৰ ভিতৰতে যশোদাই সসাগৰা পৃথিৱী সূৰ্য, চন্দ্ৰ আদি সমস্ত গ্ৰহ আৰু তৰাবিলাক দেখিবলৈ পালে আৰু সমস্ত ব্ৰজধামেৰে সৈতে নিজকো দেখিলে। যশোদাই ভাবিবলৈ ধৰিলে—ই কি? ই এক সপোন নে শ্ৰীভগৱানৰ মায়া নে মোৰেই কিবা বুদ্ধি বিপৰ্য্যয়। নে মোৰ এই পুত্ৰৰেই স্বাভাৱিক ঐশ্বৰিক শক্তি?(১) বুজিলোঁ এওঁ কাৰো পুত্ৰ নহয়---এৱেঁই বিশ্বৰ সৰ্বকাৰণ।। এই চিন্তা কৰি তেওঁ—"বিষ্ণু বুদ্ধি কৰি পৰি কৰিলা প্ৰণাম।" তাৰ পাছত যশোদা দেৱীয়ে স্তুতি কৰিব ধৰিলে—মই ব্ৰজৰ অধীশ্বৰ নন্দৰ পত্নী; ময়ে তেওঁৰ সৰ্ব সম্পত্তি ৰক্ষা-কাৰিণী, তেওঁ মোৰ স্বামী, এই শ্ৰীকৃষ্ণ মোৰ পুত্ৰ, এই গোধন আৰু গোপগোপীসকলো যে মোৰেই, এই প্ৰকাৰ কুবুদ্ধি যাৰ মায়াত উৎপন্ন হৈছে তেওঁৰেই শৰণাপন্ন হলোঁ—তেৱেঁই মোৰ পৰম গতি হওক।

যশোদাৰ যেতিয়া এই প্ৰকাৰ তত্ত্বজ্ঞান উৎপন্ন হ'ল, তেতিয়া পৰমেশ্বৰ শ্ৰীকৃষ্ণই যশোদাৰ ওপৰত পুত্ৰস্নেহময়ী বৈষ্ণৱী মায়া বিস্তাৰ কৰিলে। মায়া বিস্তাৰৰ লগে লগেই যশোদাৰ শ্ৰীকৃষ্ণৰ প্ৰতি ভগৱান-বিষয়ক স্মৃতি লোপ পালে। তেতিয়া যশোদাই কৃষ্ণক পুত্ৰ বুলি পুনঃ কোলাত তুলি ল'লে।

## দধিমথন আৰু যশোদাৰ দ্বাৰা কৃষ্ণক বন্ধন

*এদিনাখন নন্দৰাণীৰ ঘৰত থকা আটাইবিলাক পৰিচাৰিকা বিভিন্ন কাৰ্যত* নিযুক্ত হৈছিল, সেইবাবে সিদিনা তেওঁ নিজে দধি মথন কৰিবলৈ ধৰিলে। এনেতে ভগৱান শ্ৰীকৃষ্ণৰ মাকৰ পিয়াহ খাবলৈ মন গ'ল। তেওঁ মাকৰ ওচৰলৈ আহি হাঁহি হাঁহি মাকৰ সন্তোষ ওপজাই দধিমথন কৰিবলৈ নিষেধ কৰিলে।

যশোদা ৰাণীয়ে পুত্ৰক কোলাত লৈ অতি মৰমেৰে পিয়াহ খাবলৈ দিলে।

---

কিংস্বপ্ন এতদুত দেৱমায়া কিংবা মদীয়ো বত বুদ্ধিমোহঃ।
অথো অমুষ্যৈৱ মমাৰ্ভকস্য যঃ কশ্চনৌৎপত্তিক আত্মযোগঃ।। ভাঃ ১০/৮/৪০

এনেতে জ্বলি থকা চৌকাত দুধ গৰম কৰা পাত্ৰৰ পৰা দুধ ওফৰি পৰিবলৈ ধৰিলে। সেইটো দেখি যশোদা দেৱী পুত্ৰক স্তন্য-পানৰপৰা বিৰত কৰি দুধ উতলি থকা চৌকাটোৰ ফালে গ'ল।

শ্ৰীকৃষ্ণ স্তন্যপানত পৰিতৃপ্ত হোৱা নাছিল, সেই বাবে তেওঁৰ খং উঠিছিল। নিজৰ অৰুণ অধৰ দাঁতেৰে কামুৰি এক খণ্ড শিল লৈ দধিমথন কৰিবলৈ লোৱা দধিৰ পাত্ৰৰ গাত মাৰি দিলে। দধিৰ ভাণ্ডটো ভাগি গ'ল। তাৰ পাছত কৃষ্ণই কপট চকুলো পেলাই পেলাই ঘৰৰ ভিতৰত প্ৰৱেশ কৰিলে আৰু নিৰ্জনত বহি লৱনু ভক্ষণ কৰিবলৈ ধৰিলে।

যশোদা দেৱীয়ে দুধৰ গৰম পাত্ৰটো চৌকাৰপৰা নমাই লৈ পুনৰায় দধি মথিবলৈ আহি দেখে যে দধি মথা ভাণ্ডটো ভাগি আছে। এই কাৰ্য্য যে তেওঁৰ পুত্ৰই কৰিছে সেইটো তেওঁ বুজিব পাৰিলে আৰু পুত্ৰকো তাত নেদেখি তেওঁ হাঁহিবলৈ ধৰিলে।

তাৰ পাছত যশোদাই ঘৰৰ ভিতৰখন চাই দেখিলে যে কৃষ্ণই ওলোটাই থোৱা উৰলটোৰ ওপৰত থিয় দি শিকাত থকা লৱণু বান্দৰবিলাকক বিলাই দিব ধৰিছে আৰু চুৰি কাম কৰি থকা বাবে তেওঁৰ চকুযুৰি সচকিত হৈ আছিল। এনে অৱস্থাত তেওঁ হাতত এডাল আছাৰী লৈ লাহে লাহে আহি পুত্ৰৰ পাছত থিয় দিলেহি। আছাৰী হাতত লৈ মাক আহি উপস্থিত হোৱা দেখি শ্ৰীকৃষ্ণ উৰলৰপৰা নামি ভয় পোৱাৰ দৰেকৈ পলাই গ'ল। যশোদাও পাছে খেদি গ'ল; কিন্তু যশোদাৰ নিতম্বৰ গুৰুভাৰৰ কাৰণে শীঘ্ৰে লৰি যাব পৰা নাছিল—তেওঁৰ গতি মন্থৰ হৈ আহিছিল আৰু তেওঁৰ খোপাত পিন্ধা ফুল বাটত পৰি গৈছিল। এনে অৱস্থাত কিছুদূৰ যোৱাৰ পাছত যশোদাই কৃষ্ণক ধৰিব পাৰিলে।

শ্ৰীকৃষ্ণই অপৰাধ কৰিছে কাৰণে তেওঁ দুয়োখন হাতেৰে চকু দুটি ঢাকি কান্দিব ধৰিলে আৰু চকু দুটি হাতেৰে মোহাৰিব ধৰিলে। চকু মোহৰাত তেওঁৰ চকুত লগোৱা অঞ্জন চকুৰ চাৰিউফালে বিয়পি পৰিল আৰু ভয়তে চকুযুৰি বিহুল হৈ পৰিল। পুত্ৰৰ ভীত অৱস্থা দেখি তেওঁ হাতৰ মাৰিডাল পেলাই দিলে; কিন্তু শ্ৰীকৃষ্ণৰ প্ৰভাৱ বুজিব নোৱাৰি তেওঁক বান্ধিবলৈ মন কৰিলে আৰু তেওঁৰ হাতত ধৰি পুনঃ পুনঃ তিৰস্কাৰ কৰিব ধৰিলে। যি কৃষ্ণৰ বাহিৰ ভিতৰ নাই, আদি অন্ত নাই আৰু যি জনাই জগতৰ আদি অন্ত বাহিৰ ভিতৰস্বৰূপ—এনে হেন মাধৱক তেওঁ পুত্ৰজ্ঞানে উৰলত বান্ধিবলৈ ল'লে।

হেন মাধৱক গোপী পুত্ৰ মানি বলে।
সামান্য শিশুক যেন বান্ধে উদূখলে।।

কিন্তু—যিখণ্ড জৰীৰে মাতৃয়ে পুত্ৰক বান্ধিবলৈ লৈছিল, সেই জৰী দুই আঙুল পৰিমাণে চুটি হৈছিল; তেতিয়া তেওঁ তাৰ লগত আন জৰী আনি জোৰা

দিলে। এইদৰে তেওঁ জৰী আনি আনি যিমানেই জোৰা দিয়ে তথাপি দুই আঙুল জৰীয়ে নটা হয়, যশোদা দেৱীয়ে নিজৰ ঘৰত থকা সমস্ত জৰী আনি জোৰা দিলে, তাৰ পাছত আন আন গোপীসকলৰ ঘৰৰ পৰাও জৰী আনি জোৰা দিলে; তথাপি দুই আঙুল জৰীয়ে নাটে। তাকে দেখি আন আন গোপীসকলে হাঁহিব ধৰিলে আৰু যশোদা মাতৃয়েও হাঁহিব ধৰিলে; কিন্তু বৰ বিস্ময় মানিলে। কৃষ্ণক বান্ধিবৰ চেষ্টা কৰি যশোদা দেৱী ঘামি জামি গ'ল। মাকৰ কষ্ট দেখি পুত্ৰ শ্ৰীকৃষ্ণই নিজে নিজে বন্ধন ল'লে।

মাতৃৰ দেখিয়া শ্ৰম পাছে মনে গুণি।
কৃপাময় কৃষ্ণে বান্ধ লৈলন্ত আপুনি।।

শ্ৰীকৃষ্ণ উৰলত বান্ধ খাই থাকিল আৰু যশোদা মাৰ গৃহ কাৰ্যত ব্যাপৃতা থাকিল।

## যমলাৰ্জ্জুন ভঞ্জন

উৰলত আবদ্ধ হৈ থকা অৱস্থাত শ্ৰীকৃষ্ণই দুইটি অৰ্জ্জুন গছ দেখা পালে। এই গছ দুইটি পূৰ্ব জন্মত কুবেৰৰ দুই পুত্ৰ আছিল। সিহঁতৰ নাম আছিল নলকুৱৰ আৰু মণিগ্ৰীৱ। নাৰদৰ শাপত এই জনমত বৃক্ষ হৈছে। এসময়ত ইহঁত দুজনে মদ্যপান কৰি মত্ত হৈ স্ত্ৰীবিলাকৰ লগত জলক্ৰীড়া কৰি আছিল। এনেতে নাৰদ তাত উপস্থিত হ'ল। নাৰদক দেখি বিবস্ত্ৰা স্ত্ৰীসকলে পৰম লজ্জিত হৈ আথেবেথে কাপোৰ পিন্ধিলে; কিন্তু ইহঁত দুয়ো ভায়েকে বিবস্ত্ৰ হৈয়ে থাকিল। তাকে দেখি নাৰদে শাপ দিলে যে ইহঁতে বৃক্ষযোনি প্ৰাপ্ত হওক। এই শাপদানৰ ভিতৰতো অনুগ্ৰহ আছে। ইহঁত ধনমদত মত্ত হৈ উলঙ্গ হৈ আছে; সেইটো যে দোষৰ কথা তাকো বুজিব পৰা নাই। বৃক্ষযোনিপ্ৰাপ্ত হ'লে সিহঁত পুনৰায় দুৰ্বৃত্ত নহ'ব। মোৰ অনুগ্ৰহত বৃক্ষযোনিতো ইহঁতৰ পূৰ্বস্মৃতি থাকিব আৰু বৃক্ষ হৈ দেৱতাৰ বছৰৰ হিচাপে এশ বছৰ থকাৰ পাছত শ্ৰীকৃষ্ণৰ সান্নিধ্য লাভ কৰিব আৰু পুনৰায় দেৱভাৱপ্ৰাপ্ত হৈ ভগৱানৰ প্ৰতি ভক্তিযুক্ত হ'ব।

ভক্তক্লেশহাৰী ভগৱান শ্ৰীকৃষ্ণই পৰম ভক্ত নাৰদৰ বাক্য সত্যত পৰিণত কৰিবৰ উদ্দেশ্যে যমল অৰ্জ্জুন বৃক্ষ দুই জোপাৰ মাজেদি গমন কৰিলে। তেতিয়া শ্ৰীকৃষ্ণ আবদ্ধ হৈ থকা উড়ুখলটো পথালি হৈ পৰিল। জৰীৰ এফালেৰে শ্ৰীকৃষ্ণৰ কোমৰ আৰু পেট বন্ধা আছিল। তেওঁ যেতিয়া উৰলটো বলেৰে টানিব ধৰিলে, এক প্ৰচণ্ড শব্দেৰে তেতিয়া গছ দুই জোপা উঘালি মাটিত পৰি গ'ল।

আজোড় লাগিয়া দুয়ো বৃক্ষ সেহি তালে।
উভৰি পড়িল চণ্ড শৱদ আস্ফালে।।

তেতিয়া অগ্নিতুল্য পৰম সৌন্দৰ্য্যেৰে চাৰিওফালে উদ্ভাসিত কৰি দুজন

সিদ্ধ পুৰুষ সেই গছ দুজোপাৰ পৰা নিৰ্গত হ'ল। নাৰদৰ অনুগ্ৰহত বৃক্ষযোনিতো সিহঁতৰ পূৰ্বস্মৃতি বৰ্তমান আছিল বুলি গৰ্ব দূৰীভূত হৈছিল। তাৰ পাছত উভয়ে কৃতাঞ্জলি পুটে শ্ৰীকৃষ্ণক স্তৱ কৰিব ধৰিলে।

নমো নমো পৰম মঙ্গল বাসুদেব।
নমো যদুপতি কৃষ্ণ পৰি কৰো সেৱ।।
তোমাৰ ভৃত্যৰো ভৃত্য জানিবা আমাক।
নাৰদৰ প্ৰাসাদেসে দেখিলোঁ তোমাক।।(১)

ভগৱান শ্ৰীকৃষ্ণই তেওঁলোকক ক'লে তোমালোকে উভয়ে যেতিয়া ঐশ্বৰ্যমদত মত্ত হৈ অন্ধ হৈ গৈছিলা তেতিয়া দেৱৰ্ষি নাৰদে অভিশাপ বাক্যেৰে তোমালোকৰ সেই মদগৰ্ব নাশ কৰিবৰ ব্যৱস্থা কৰিছিল। ই তোমালোকৰ প্ৰতি তেওঁৰ অনুগ্ৰহ মাথোন। তোমালোকে মোৰ পৰম ভক্ত নাৰদৰ দৰ্শন পাই কৃতাৰ্থ হৈছা। সাধুলোকৰ দৰ্শনত পুৰুষৰ সংসাৰ বন্ধন ছিঙি যায়। এতিয়া তোমালোকে মৎপৰায়ণ হৈ স্বস্থানলৈ যোৱা।

শ্ৰীকৃষ্ণৰ এই কথা শুনি তেওঁলোকে শ্ৰীকৃষ্ণক পুনঃ পুনঃ প্ৰদক্ষিণ আৰু প্ৰণাম কৰি কৈলাশলৈ গমন কৰিলে। ইফালে ব্ৰজবাসীসকলে অৰ্জ্জুন গছ দুজোপাৰ পতন শব্দ শুনি বজ্ৰপাত হোৱা বুলি শঙ্কা কৰি সকলোৱে সেই ঠাইত উপস্থিত হ'ল আৰু গছ দুজোপা কেনেকৈ উঘালি পৰিল তাৰ কাৰণ অন্বেষণ কৰিব ধৰিলে।

গোপবালক বিলাকে সমস্ত ঘটনা প্ৰত্যক্ষ কৰিছিল। সিহঁতে সমস্ত কথা বিবৰি ক'লে; কিন্তু কোনেও সিহঁতৰ কথা বিশ্বাস কৰিব নোৱাৰিলে। তেতিয়া গোপবালক বিলাকে ক'লে যে গছ দুজোপাৰ মাজত সোমাই পথালি ভাবে আটকি যোৱা উৰলটো কৃষ্ণই টানোতে বৃক্ষ দুই জোপা উঘালি পৰি গৈছে; অকল সেয়ে নহয় আমি দেখা পাইছোঁ যে গছ দুজোপাৰপৰা দুটা পুৰুষ বাহিৰ হৈ আহিছে। শকট ভঞ্জনৰ ঘটনা স্মৰণ কৰি কোনো কোনোজনে 'হবও পাৰে' এইদৰে সন্দিগ্ধ চিত্ত হ'ল।

গোপৰাজ নন্দই তেতিয়া ৰজ্জুৰে আবদ্ধ থকা আৰু উড়ুখল টনা কৃষ্ণৰ জৰীৰ বান্ধ মোকোলাই দিলে আৰু গৰ্গাচাৰ্য্যৰ কথা সুঁৱৰি হাঁহিব ধৰিলে।

হাসিলন্ত কোনে হেন কৰিলন্ত বুলি।
বান্ধ মেলি কৃষ্ণক কোলাত লৈলা তুলি।।

---

(১) নমঃ পৰম কল্যাণ! নমঃ বিশ্ব মঙ্গল।। বাসুদেবায় শান্তায় যদুনাং পতয়ে নমঃ।। ভাঃ ১০/১০/৩৬৬৭ অনুজানীহি নৌ ভূমংস্তবানুচৰ কিঙ্কৰৌ। দৰ্শনং নৌ ভগৱত ঋষেৰাসীদনুগ্ৰহাৎ।।

## বৎসাসুৰ আৰু বকাসুৰ বধ

এদিনাখন কৃষ্ণ বলৰাম উভয়ে যমুনাৰ পাৰলৈ গৈ আন আন বালক বিলাকৰ লগত খেলা খেলি আছিল। তেতিয়া ৰোহিণী দেৱীয়ে তেওঁলোকক আহিবৰ বাবে মাতিব ধৰিলে। খেলাত একান্ত আসক্ত হৈ থকা বাবে ৰোহিণীদেৱীৰ আহ্বান শুনিও নহা দেখি, ৰোহিণীয়ে তেওঁলোকক মাতি আনিবলৈ যশোদাদেৱীক পঠাই দিলে।

পুত্ৰ স্নেহত যশোদাৰ স্তন্য ক্ষৰিত হ'বলৈ ধৰিছিল। এনে অৱস্থাত তেওঁ বলৰাম আৰু শ্ৰীকৃষ্ণক অপৰ অপৰ বালকবিলাকৰ লগত খেলা কৰি থকা দেখি চিঞৰি মাতিবলৈ ধৰিলে—ওৰে কৃষ্ণ! খেলাত তোৰ ভাগৰ লাগিছে আৰু ভোকো লাগিছে। সোনকালে আহি স্তন্যপান কৰ আহি।

ওৰে ৰাম! তোৰ কৃষ্ণ ভাইটিক লৈ সোনকালে আহ। তহঁত দুয়ো ভাই কোন পুৱাতে ভোজন কৰিছ—এতিয়া সোনকালে আহি ভোজন কৰহি। ব্ৰজৰাজে ভোজন কৰিবলৈ আহি তহঁতক বাট চাই আছে।

যশোদাই বালকবিলাককো ক'লে তহঁতে নিজৰ নিজৰ ঘৰলৈ গুচি যা। এই বুলি যশোদাই শ্ৰীকৃষ্ণ আৰু বলৰামৰ হাতত ধৰি নিজৰ ঘৰলৈ লৈ আহি গা-ধুৱাই দি বস্ত্ৰ আৰু অলঙ্কাৰ আদি পিন্ধাই দি ভোজন কৰালে।

ইফালে নন্দ প্ৰভৃতি জ্ঞানবৃদ্ধ গোপবিলাকে ব্ৰজৰ বৃহদ্ বনত নানা প্ৰকাৰ উৎপাত হৈ থকা দেখি সকলোৱে মিলিত হৈ কি কৰিলে গোকুলবাসীবিলাকৰ মঙ্গল হ'ব পাৰে সেই বিষয়ে আলোচনা কৰি আছিল।

সেই গোপবিলাকৰ ভিতৰত উপনন্দ নামেৰে এজন গোপ আছিল। তেওঁ দেশ, কাল বুজি কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰাত বিচক্ষণ আছিল। তেওঁ কৃষ্ণ আৰু বলৰামকো বৰ ভাল পাইছিল।

তেওঁ উপায় নিৰ্দ্ধাৰণ কৰিলে যে বৃন্দাবন নামে এক বন আছে। সেই বনত পৱিত্ৰ পৰ্বত আছে আৰু সেই বন তৃণ আৰু লতাৰে পৰিপূৰ্ণ। তাত গৰু ৰাখিবলৈ সুবিধা হ'ব। ওচৰতে বহুতো সৰু সৰু বন আছে। আমি সকলোৰে তালৈ যাওঁ ব'লা।

এই পৰামৰ্শ সকলোৱে উত্তম বুলি গ্ৰহণ কৰিলে। এই পৰামৰ্শ অনুসাৰে সকলোৱে গৰু গাই লৈ, বস্তুবাহানি আৰু গোপীসকলক গৰুৰ গাড়ীত তুলি দি বৃন্দাবনলৈ যাত্ৰা কৰিলে। গোপবিলাকে ধনুৰ্বাণ হাতত লৈ গৰুবিলাকক আগে আগে খেদি লৈ গ'ল আৰু পুৰোহিতবিলাকৰ লগত তূৰ্য্যধ্বনি আৰু শঙ্খধ্বনি কৰি কৰি গৈ থাকিল।

যশোদা আৰু ৰোহিণী শ্ৰীকৃষ্ণ আৰু বলৰামৰ লগত একেখন গাড়ীতে গৈছিল যাতে শ্ৰীকৃষ্ণ বলৰামৰ কথা শুনি শুনি আনন্দ পাই যাব পাৰে।

এইদৰে গোপ আৰু গোপীসকলে বৃন্দাবনত প্ৰৱেশ কৰিলে। বৃন্দাবন চিৰকালেই সুখদায়ক স্থান। তাত গৈ তেওঁলোকে গাড়ীবিলাকেৰে অৰ্দ্ধচন্দ্ৰৰ আকৃতিৰে তেওঁলোকৰ বসতিৰ স্থান প্ৰস্তুত কৰিলে। বৃন্দাবন, গোৱৰ্দ্ধন পৰ্বত আৰু যমুনাৰ বালিচৰ দৰ্শন কৰি বলৰাম আৰু শ্ৰীকৃষ্ণৰ বৰ আনন্দ হ'ল। বলৰাম আৰু শ্ৰীকৃষ্ণই বাল্য লীলা আৰু মধুৰ কথাৰে ব্ৰজবাসীবিলাকৰ আনন্দ প্ৰীতি জন্মাই ক্ৰমে কৌমাৰ অৱস্থা পালে।

কৌমাৰ অৱস্থাত তেওঁলোকে গোপবালকবিলাকৰ লগত গৰুৰ দামুৰী চাৰিবলৈ আৰম্ভ কৰিলে। দামুৰীবিলাকক বনত মেলি দি তেওঁলোকে কেতিয়াবা বেণু বজায়, কেতিয়াবা বেল আৰু আমলখী দলিয়াদলি কৰে আৰু কেতিয়াবা বা গাত কম্বল লৈ বৃষৰ দৰে খোজ কাঢ়ি কাঢ়ি গৈ বৃষৰ দৰে হেমেলিয়ায়। কেতিয়াবা আকৌ মৈৰা আৰু কুলি চৰাইৰ নিচিনা সুঁহুৰিয়ায়। এইদৰে দুয়ো ভায়ে অজ্ঞান শিশুৰ দৰে আচৰণ কৰে।

বেল আমলখী ফলে কতদলি যুদ্ধ খেলে
গৰু যেন ফুৰন্ত হাষ্টুৰি।
মৈৰা কোকিলক চাই সিহাৰন্ত দুয়ো ভাই
যেহেন অজ্ঞান শিশু দুই।।

হাষ্টুৰি = সাঁতুৰি।

তাৰ পাছত এদিনাখন তেনে অৱস্থাত তেওঁলোকক বধ কৰিবৰ উদ্দেশ্যে এক দৈত্য দামুৰীৰ ৰূপ ধৰি তাত উপস্থিত হ'লহি। শ্ৰীকৃষ্ণই দামুৰীৰ ৰূপ ধৰা সেই দৈত্যক চিনি পাই ইঙ্গিতেৰে বলৰামক দেখুৱালে আৰু নিজে যেন একোকে নেজানে এইৰূপ ভাৱে ধীৰে ধীৰে তাৰ ওচৰ চাপিল।

শ্ৰীকৃষ্ণই সেই বৎসৰূপী দৈত্যৰ পাছৰ ভৰি দুখনেৰে সৈতে লাঙুলত ধৰি চক্ৰাকাৰে ঘূৰাই ঘূৰাই তাক প্ৰাণেৰে মাৰিলে আৰু প্ৰাণ শূণ্য কৰি মাৰি এজোপা কপিত্থ গছৰ ওপৰত নিক্ষেপ কৰিলে। মৃত্যুৰ সময়ত দৈত্যৰ মায়া আঁতৰি গ'ল আৰু সি তাৰ নিজৰ স্বাভাৱিক বিৰাট শৰীৰ ধাৰণ কৰি কপিত্থ বৃক্ষ জোপাক নিপাতিত কৰি তাৰ লগে লগে নিজেও নিপতিত হ'ল।

গোপ বালকবিলাকে সেই নিহত দৈত্যটোক দেখি বিস্ময় প্ৰকাশ কৰিলে আৰু কৃষ্ণক "সাধু সাধু" বুলি প্ৰশংসা কৰিব ধৰিলে।

তাৰ পাছত শ্ৰীকৃষ্ণ বলৰাম প্ৰভৃতি গোপবালকবিলাকে নিজৰ নিজৰ দামুৰীবিলাকক পানী খুৱাবলৈ এটা জলাশয়ৰ ওচৰলৈ লৈ গৈছিল আৰু দামুৰীবিলাকক পানী খুৱাই নিজেও প্ৰত্যেকে পানী খাইছিল।

এনেতে তেওঁলোকে পৰ্বতৰ পৰা বজ্ৰেৰে বিদীৰ্ণ কৰি পেলাই দিয়া পৰ্বত শৃঙ্গৰ নিচিনা এক বৃহৎ জন্তুক দেখিবলৈ পালে আৰু তাক দেখি সকলোবিলাকেই সন্ত্ৰস্ত হ'ল।

বজ্ৰৰ সন্ধানে পৰ্বত শিখৰ
যেন পৰি আছে খনি।
বক ৰূপ ধৰি দুৰ্বাৰ দানৱে
চুম্পি আছে তাতে বসি।।

সেই জন্তুটো আছিল এক মহাবলশালী অসুৰ। সি বকৰ ৰূপ ধাৰণ কৰি আছিল। তাৰ ঠোঁট দুটা আছিল অতি তীক্ষ্ণ। তেতিয়া সেই বকাসুৰে হঠাতে তেওঁলোকৰ ওচৰলৈ আহি শ্ৰীকৃষ্ণক গিলি পেলালে। তাকে দেখি বলৰামত বাজে আনবিলাক গোপবালক অচেতন হৈ পৰিছিল।

ভগৱান শ্ৰীকৃষ্ণই তাৰ গলত থাকি তাক জুইৰ দৰে পুৰিব ধৰিলে। বকাসুৰে সেইটো সহ্য কৰিব নোৱাৰি শ্ৰীকৃষ্ণক উদ্‌গাৰ কৰি বাহিৰ কৰি পেলাই দিলে। তাৰ পাছত সেই অসুৰে শ্ৰীকৃষ্ণক অক্ষত দেহে দেখি তেওঁক ঠোঁটেৰে বধ কৰিবৰ উদ্দেশ্যে পুনৰায় তেওঁৰ ওচৰলৈ আহিল। কংসৰ সখীয়েক সেই বকাসুৰ তেওঁৰ ওচৰলৈ অহাত তেওঁ তাৰ দুই ঠোঁটত দুই হাতেৰে ধৰি পেলালে আৰু বালকবিলাকৰ সমুখতে তাক গাঁঠি নোহোৱা তৃণখণ্ডৰ দৰে অনায়াসে ফালি পেলালে।

বৎস লৈয়া আইলা সবে ব্ৰজক উলটি
বকৰ বধক কৈলা ব্ৰজন্ত প্ৰকটি।।

গোপ গোপীসকলে বকাসুৰৰ নিধন বৃত্তান্ত শুনি বিস্ময়ান্বিত হ'ল। শ্ৰীকৃষ্ণক সকলোৱে কোলাত তুলি লৈ মিঠা মিঠা কথাৰে সমাদৰ কৰিব ধৰিলে যেন তেওঁ পৰলোকৰ পৰাহে ঘূৰি আহিছে আৰু অতি আগ্ৰহেৰে তেওঁক পুনঃ পুনঃ চোৱাৰ পাছতো যেন তেওঁলোকৰ নয়ন পৰিতৃপ্ত নহয়; চাই থাকিবৰহে যেন ইচ্ছা হয়।

শুনি গোপগণ ভৈলা পৰম বিস্ময়।
মৰি উপজিলা আজি নন্দৰ তনয়।।
বেঢ়ি বেঢ়ি কৃষ্ণক চাৱৈ ৰঙ্গমনে।
পৰম অমৃত যেন পিয়ন্তে নয়নে।।

তেওঁলোকে কবলৈ ধৰিলে যে এই বালকৰ মৃত্যুৰ কাৰণ বহুতো উপস্থিত হৈছে কিন্তু যিবিলাকে এই বালকৰ অনিষ্ট কৰিবলৈ আহিছিল, সিহঁতৰেহে অনিষ্ট হৈছে।

আৰু হিংসিবাক আসে যত দৈত্য সঙ্গ।
আপুনিসে মৰে যেন অগ্নিত পতঙ্গ।

## বন ভোজন—অঘাসুৰ বধ

এদিনাখন ৰাতিপুৱা শয্যাৰ পৰা উঠি শ্ৰীকৃষ্ণই বনৰ ভিতৰতে বাল্য ভোজন কৰিব বুলি মনস্থ কৰি তেতিয়াই শিঙ্গা ফুকাই সমনীয়া দামুৰী ৰক্ষক বালকবিলাকক জগাই দিলে। তাৰ পাছত দামুৰীবিলাকক আগে আগে খেদি সি ব্ৰজৰপৰা ওলাল। গোপবালকবিলাকেও নিজৰ নিজৰ দামুৰীবিলাক খেদি আনি শ্ৰীকৃষ্ণৰ অসংখ্য দামুৰীবিলাকৰ লগত লগ লগাই দিলে।

বাটত বিভিন্ন প্ৰকাৰ খেলা খেলি খেলি ব্ৰজৰ বালকবিলাক আগবাঢ়ি গৈ আছিল।

সেই বাটত বকাসুৰ আৰু পুতনা ৰাক্ষসীৰ কনিষ্ঠ সহোদৰ ভাই অঘাসুৰ চুপি আছিল। কংসই তাক পঠিয়াই দিছে। শ্ৰীকৃষ্ণক আহি থকা দেখি অঘাসুৰে মনে মনে ভাবিছে যে এই বালকেই মোৰ সহোদৰ আৰু সহোদৰাক বধ কৰিছে। মই আজিয়েই এই বালকক সদলে বধ কৰিম।

এই বুলি ভাবি অঘাসুৰে এক বিশাল অজগৰ সাপৰ ৰূপ ধাৰণ কৰিলে। সেই সাপ দীঘলে এক যোজন(১) পৰিমিত আছিল। এখন ডাঙৰ পৰ্বতৰ দৰে তাৰ দেহটো আছিল স্থূল। মুখখন আছিল এক বহল গিৰিগুহাৰ সমান। এই ৰূপ ধৰি সি মুখ মেলি দি বাটত শয়ন কৰি থাকিল।

পৰ্বতৰ শৃঙ্গ যেন দান্ত দুই পালি।
মেলিলেক জিহবাখন যেন ৰাজআলি।।

তাৰ তলৰ ওঠটো মাটিত লাগি আছিল আৰু ওপৰৰ ওঠে মেঘ স্পৰ্শ কৰি আছিল।

প্ৰথমতে গোপবালকবিলাকে ইয়াক বৃন্দাবনৰে কিবা এক আশ্চৰ্য্য সম্পদ বুলি ভাবিছিল আৰু সিহঁতে অজগৰৰ ওঠৰ লগত সেই সম্পদৰ সাদৃশ্য আছে বুলি তুলনা কৰিবলৈ ধৰিলে। তাৰ জিভাখনক ৰাজআলিৰ লগত তুলনা কৰিলে আৰু অন্য অন্য অঙ্গ প্ৰত্যঙ্গও ওপৰত উল্লেখ কৰাৰ দৰে তুলনা কৰিলে।

সিহঁতে পুনঃ কোৱাকুই কৰিছে যে অজগৰৰ মুখৰ দৰে এই পৰ্বতৰ গুহাত প্ৰৱেশ কৰিলে আমাক গ্ৰাস কৰিব নেকি? আকৌ কৈছে যদি গ্ৰাস কৰেই তেন্তে বকাসুৰৰ দৰে কৃষ্ণৰ হাতত ক্ষন্তেকতে সি বিনষ্ট হ'ব। এইদৰে কৈ হাঁহি হাঁহি শ্ৰীকৃষ্ণৰ মুখৰ ফালে চাই চাই হাত চাপৰি দি দি দামুৰিবিলাকক আগত লৈ আগুৱাই যাবলৈ ধৰিলে।

সৰ্বান্তৰ্যামী শ্ৰীকৃষ্ণই বুজিছিল যে সেই জন্তুটো সৰ্পৰ দৰে বুলি

---

(১) এক যোজন—৯ মাইল ৫ ফাৰ্লং ৬০ গজ

বালকবিলাকৰ প্ৰতীতি হৈছিল যদিও, সিহঁতে তাৰ প্ৰকৃত তত্ত্ব বুজা নাছিল; কিন্তু তেওঁ অসুৰ বুলি বুজি পাই যেতিয়া সিহঁতক অগ্ৰসৰ হ'বলৈ নিবাৰণ কৰিব খুজিলে, তেতিয়া সিহঁতে অঘাসুৰৰ উদৰত প্ৰৱেশ কৰিছেই। অঘাসুৰে সিহঁতক তেতিয়াও গিলি পেলোৱা নাই, সি বকাসুৰ হন্তা শ্ৰীকৃষ্ণক প্ৰতীক্ষা কৰি আছিল।

শ্ৰীকৃষ্ণই নিজৰ ওচৰতে থকা সমনীয়া বন্ধুবৰ্গৰ কৰ্মফল প্ৰবৃত্ত হোৱা দেখি বিস্মিত হৈছিল। সেই বন্ধুবৰ্গৰ একমাত্ৰ আশ্ৰয় আছিল তেওঁ। সিহঁত তেওঁৰেই হাতৰ পৰা চ্যুত হোৱা দেখি আৰু অঘাসুৰৰ ক্ষুধাৰ খাদ্যত পৰিণত হোৱা দেখি দয়াত একান্ত অভিভূত হৈ পৰিছিল।

এতিয়া তেওঁৰ কৰ্তব্য কি হ'ব? দামুৰিবিলাক আৰু গৰখীয়াবিলাক অঘাসুৰৰ পেটত সোমাই গৈছে; এতিয়া অঘাসুৰক বধ কৰিব লাগিব আৰু গৰখীয়া আৰু দামুৰিবিলাকক সুস্থ শৰীৰে উদ্ধাৰ কৰিব লাগিব—এই প্ৰশ্ন শ্ৰীকৃষ্ণৰ মনত উদয় হৈছিল। কিছুকাল চিন্তা কৰি তেওঁ তেওঁৰ কৰ্তব্য স্থিৰ কৰি অঘাসুৰৰ মুখৰ ভিতৰত নিজেও প্ৰৱেশ কৰিলে। তাকে দেখি অন্তৰালত থকা কংস প্ৰভৃতি অসুৰবিলাক আনন্দিত হ'ল আৰু মেঘৰ আঁৰালত থকা দেৱতাসকলে ভয়ত হাহাকাৰ ধ্বনি কৰিব ধৰিলে।

শ্ৰীকৃষ্ণই অঘাসুৰৰ গলত থাকি বালক আৰু দামুৰিবিলাকৰে সৈতে নিজক অতিবেগে বৰ্দ্ধিত কৰি তুলি অঘাসুৰৰ শ্বাস প্ৰশ্বাস নিৰুদ্ধ কৰি বধ কৰিলে।

অঘাসুৰে শ্ৰীকৃষ্ণৰ অঙ্গস্পৰ্শৰ দ্বাৰা সাৰূপ্য মুক্তি পালে।

## বন-ভোজন

অঘাসুৰৰ মুখৰ পৰা গো-বৎস আৰু গোপবালকবিলাকক মুক্ত কৰি শ্ৰীকৃষ্ণই তেওঁলোকক যমুনাৰ বালিচৰলৈ লৈ আহিল। তাৰ পাছত শ্ৰীকৃষ্ণই তেওঁলোকক ক'লে যে যমুনাৰ এই বালিচৰ অতি ৰমণীয়। ইয়াত আমাৰ খেলাৰ সকলো প্ৰকাৰ উপকৰণ আছে। ইয়াত থকা বালিবোৰ অতি মিহি আৰু পৰিষ্কাৰ। পানীত ফুলি থকা পদুম ফুলৰ গোন্ধে ভোমোৰা আৰু পখীবিলাকক আকৰ্ষণ কৰি আনিছে আৰু সিহঁতৰ গুণ-গুণনি ধ্বনিৰে পৰিশোভিত হৈ ওচৰতে এশাৰী গছো আছে। এতিয়া বেলা হৈ গৈছে। আমি ক্ষুধাত কাতৰ হৈছোঁ। ইয়াতেই আমাৰ ভোজন কৰা কৰ্তব্য। দামুৰিবিলাকো ক্ষুধাত কাতৰ হৈছে— সিহঁতেও পানী খাই ধীৰে ধীৰে ঘাঁহ খাই থাকক।

গোপবালকবিলাক শ্ৰীকৃষ্ণৰ কথাত সন্মত হৈ দামুৰিবিলাকক পানী খুৱাই কুমলীয়া ঘাঁহনিত একত্ৰ কৰি ৰাখিলে আৰু সিকিয়াৰ পৰা লগত লৈ অহা খাদ্য বস্তু বাহিৰ কৰি শ্ৰীকৃষ্ণৰ লগত ভোজন কৰিবলৈ ধৰিলে।

বহোঁতে আটাইবিলাক গোপবালকে শ্ৰীকৃষ্ণক ঘেৰি চক্ৰাকাৰে বহিছিল।

কৃষ্ণৰ চৌভিতি সবে গোপৰ কুমাৰে।
বসিলা অনেক শাৰী মণ্ডল আকাৰে।।

ভোজন পংক্তিৰ মণ্ডলটিয়ে যেন এটি পদুম ফুল, শ্ৰীকৃষ্ণই যেন তাৰ কৰ্ণিকা আৰু গোপবালকবিলাক যেন চাৰিওফালৰ পাত—এইদৰে শোভা পাবলৈ ধৰিলে।

মাধৱক মধ্য কৰি কৰে সৱে খেৰি।(১)
পদ্মৰ চকাক যেন পত্ৰে আছে বেঢ়ি।।
পদ্মৰ কৰ্ণিকা ভৈলা নন্দৰ তনয়।
গোপশিশু গণ পদ্ম পত্ৰৰ আন্বয়।(২)

(১) খেৰি = খেলাৰ চঙেৰে (২) আন্বয় = সদৃশ

# ব্ৰহ্মাৰ দামুৰি হৰণ

স্বৰ্গত দেৱতাসকলে চাই আছিল যে অঘাসুৰৰ পেটত শ্ৰীকৃষ্ণ প্ৰৱেশ কৰিছে আৰু তেওঁলোক সেই বাবে বৰ উৎকণ্ঠিত হৈ পৰিছিল। তাৰ পাছত যেতিয়া দেখিলে যে অজগৰৰ দেহৰ পৰা অদ্ভুত জীৱতত্ত্ব ৰূপ এক জ্যোতিঃ ভগৱান শ্ৰীকৃষ্ণ অজগৰৰ পেটৰ পৰা বহিৰ্গমনৰ প্ৰতীক্ষাত আকাশত অৱস্থান কৰি আছে, তেওঁলোকে সেই বিষয়ে চিন্তা কৰি আছিল। এনেতে দেখিলে যে ভগৱান শ্ৰীকৃষ্ণ অজগৰৰ পেটৰপৰা ওলাই আহি নিজৰ অমৃতবৰ্ষিণী দৃষ্টিৰে মৃত গোবৎস আৰু লগৰীয়া গোপবালকবিলাকক পুনৰ্জীৱিত কৰি অঘাসুৰক মুক্ত কৰি দিলে। তেতিয়া অঘাসুৰৰ সেই প্ৰাণ জ্যোতিঃ দেৱতাসকলৰ সমক্ষতে শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰৱেশ কৰিলে। দেৱতাসকলে ঘটনা বৈচিত্ৰ্যৰ কথা উপলব্ধি কৰি পুষ্প বৰ্ষণৰ দ্বাৰা অভিনন্দন জনালে। অপ্সৰাবিলাকে আৰু গন্ধৰ্ববিলাকে নৃত্য-গীতেৰে আৰু ব্ৰাহ্মণসকলে স্তৱ স্তুতিৰে শ্ৰীকৃষ্ণক অৰ্চনা কৰিলে।

সেই অদ্ভুত স্তোত্ৰ, সুন্দৰ গীতবাদ্য আৰু জয়ধ্বনি ব্ৰহ্মায়ো নিজৰ ধামতে শুনিবলৈ পাই অবিলম্বে সেই স্থানলৈ আহি শ্ৰীকৃষ্ণ-মহিমা দৰ্শন কৰি বিস্ময় মানিলে।

শ্ৰীকৃষ্ণৰ যেতিয়া বয়স পাঁচবছৰ তেতিয়াই তেওঁ অঘাসুৰক বধ কৰি দামুৰিবিলাকক আৰু গোপবালক গৰখীয়াবিলাকক উদ্ধাৰ কৰিছিল; কিন্তু গৰখীয়াবিলাকে যেতিয়া দামুৰিবিলাকক লৈ ঘৰলৈ উভতি গৈছিল, তেতিয়া এবছৰ পাৰ হৈ গৈছিল। শ্ৰীকৃষ্ণৰ বয়স তেতিয়া ছয় বছৰ হৈছিল; কিন্তু যি দিনা তেওঁ গোকুলত উপস্থিত হয়, সিদিনা যে ইতিমধ্যে এবছৰ পাৰ হৈ গৈছিল তাক কোনেও বুজিব নোৱাৰিছিল আৰু যি দিনাই বন ভোজন কৰিছিল, সেই দিনাই অঘাসুৰ দৈত্যক বধ কৰি ঘূৰি অহা বুলি সকলোৱে ভাৱিছিল।

এইটো কেনেকৈ সম্ভৱ হ'ল?

গোপবালকবিলাক যেতিয়া ঘৰলৈ উভতি গৈ গোকুলৰ মানুহবিলাকৰ আগত শ্ৰীকৃষ্ণই অঘাসুৰক বধ কৰা বুলি গল্প কৰিছিল, তেতিয়া এবছৰ পাৰ হৈছে। ইয়াৰ ভিতৰত এটা বৰ ৰহস্যজনক কথা আছে। ইয়াত ভগৱান শ্ৰীহৰিৰ এক মায়াৰ খেল আছে।

গোপবালকবিলাক যেতিয়া শ্ৰীকৃষ্ণৰ লগত বন ভোজনত ব্যস্ত আছিল, তেতিয়া দামুৰিবিলাকে ঘাঁহ খাই খাই বহুদূৰলৈ গুচি গৈছিল। এই বনভোজন উৎসৱ দেৱতাসকলে স্বৰ্গৰপৰা লক্ষ্য কৰি আছিল। দামুৰীবিলাক ইতিমধ্যে দূৰবৰ্ত্তী বনলৈ গুচি যোৱাত বালকবিলাকৰ মনত ভয় সোমাল। তেতিয়া *শ্ৰীকৃষ্ণই সিহঁতক ক'লে—তোমালোকে ভয় নকৰিবা।* তোমালোকে ভোজন কৰি

থকা, মই দামুৰিবিলাকক ঘূৰাই লৈ আহিম।

এই বুলি কৈ ভগৱান শ্ৰীকৃষ্ণই এক গৰাহ পৰিমাণ অন্ন হাতত লৈয়ে পৰ্বতৰ গুহা, হাবি-বননিত দামুৰিবিলাকক অন্বেষণ কৰিবলৈ গুচি গ'ল; তেওঁ দামুৰিবিলাকক কঁতো দেখা নাপালে। তেওঁ ঘূৰি আহিল আৰু ঘূৰি আহি গৰখীয়াবিলাকৰো কাকো পূৰ্বৰ ঠাইত দেখা নাপালে। তেতিয়া তেওঁ ইতস্ততঃ সিহঁতক অন্বেষণ কৰিব ধৰিলে।

ইতিমধ্যে ব্ৰহ্মাই আহি অঘাসুৰৰ মুক্তি হোৱা দেখি বৰ আচৰিত হ'ল। তেওঁ বুজিলে যে ই শ্ৰীকৃষ্ণৰে মনোহৰ মহিমা। তেওঁ শ্ৰীকৃষ্ণৰ তাতোকৈ মহত্তৰ মহিমা চাবৰ কাৰণে চৰণীয়া হাবিৰপৰা দামুৰিবিলাকক আৰু বন ভোজন কৰা ঠাইৰ পৰা বালকবিলাকক অপহৰণ কৰি নি লুকাই ৰাখিলে।

গোৰক্ষ দামুৰিচয় চুৰি কৰি যোগবলে
প্ৰৱন্ধ কৰিয়া লুকায় থৈল।
চাওঁ আবে কেনমতে কৃষ্ণে খুজি পাও বুলি
ব্ৰহ্মা নিজ থানে চলি গৈল।।

ভগৱান শ্ৰীকৃষ্ণ সৰ্বজ্ঞ। তেওঁ যেতিয়া দামুৰি আৰু গৰখীয়াবিলাকক বিচাৰি নাপালে, তেওঁ ই ব্ৰহ্মাৰ কাৰ্য্য বুলি সহসা বুজি পালে।

হৃদয়ত ধ্যান কৰি তেখনে জানিলা হৰি
ব্ৰহ্মা আসি নিলা চুৰি কৰি।।

## "সমস্ত জগৎ বিষ্ণুময়"

শ্ৰীকৃষ্ণই ভাবিলে যে তেওঁ যদি গৰখীয়া ল'ৰাবিলাকক আৰু দামুৰিবিলাকক লগত নিনিয়াকৈ গোকুললৈ ঘূৰি যায় তেতিয়া সিহঁতৰ মাতৃসকল শোকাচ্ছন্ন হৈ পৰিব। সেই কাৰণে তেওঁ এনে এক খেলা খেলিবৰ বাবে সঙ্কল্প কৰিলে—যি খেলাৰে স্বয়ং ব্ৰহ্মা অঘাসুৰৰ মুক্তিৰ কাৰণে অতিশয় আশ্চৰ্যান্বিত হৈছিল, তাতোকৈ বেছি মনোহৰ মহিমা দেখা পাই ব্ৰহ্মাৰ মনত আনন্দ আৰু মোহ উপস্থিত হ'ব আৰু সেই মহিমাময় খেলাৰে গোকুলৰ গৰখীয়া ল'ৰাবিলাকৰ মাতৃসকলৰ মনতো পুত্ৰ ৰূপে তেওঁ নিজেই আনন্দ দিব পাৰিব।

এই কথা চিন্তা কৰি তেওঁ নিজে দুই প্ৰকাৰে বহুৰূপ গ্ৰহণ কৰিলে। তেওঁ নিজে দামুৰিবিলাকৰ ৰূপ ধাৰণ কৰিলে আৰু সেই দামুৰিবিলাক অবিকল ব্ৰহ্মাই চুৰি কৰি নিয়া দামুৰিবিলাকৰ দৰে হৈছিল। এই এক প্ৰকাৰ। আৰু আন প্ৰকাৰে তেওঁ গৰখীয়া ল'ৰাবিলাকৰ ৰূপ ধাৰণ কৰিলে। যাৰ যেনে চৰিত্ৰ, গুণ, নাম, আকৃতি, বয়স, যেনে আহাৰ—বিহাৰ, তেনেদৰে সৰ্ব—স্বৰূপ হৈ "সমস্ত বিষ্ণুময় জগৎ" এই কথাৰ সাৰ্থকতা প্ৰমাণ কৰিলে।

তাৰ পাছত নিজৰে ৰূপ ধৰা দামুৰি আৰু গৰখীয়াবিলাকক লৈ খেলা কৰি

কৰি ঘৰলৈ উভতি আহিল আৰু যাৰ যিটো ঘৰ সেইদৰে সকলোৱে প্ৰৱেশ কৰিলে।

গৰখীয়া ল'ৰাবিলাকৰ মাতৃসকলে শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰ শুনি ঘুৰি অহা গৰখীয়া ল'ৰাবিলাকক নিজ নিজ পুত্ৰ ভাবি আনন্দত পৰিপ্লুত হৈ গৰখীয়াৰূপী পৰমব্ৰহ্মাক আকোৱালি ধৰি নিজৰ নিজৰ স্তন পান কৰাই পৰম সুখ লাভ কৰিলে।

ইফালে ঘৰত থকা গাভীবিলাকেও নিজৰ নিজৰ ঠাইলৈ আহি নিজ নিজ দামুৰিবিলাকক চেলেকি চেলেকি দুধ খুৱাব ধৰিলে।

এইদৰে এবছৰ ধৰি ব্ৰজবাসীবিলাকৰ নিজ নিজ পুত্ৰৰ প্ৰতি মৰম স্নেহ ক্ৰমে বাঢ়ি যাবলৈ ধৰিলে। স্নেহৰ মাত্ৰাৰ সীমা নোহোৱাত পৰিল। যশোদাৰ পুত্ৰ শ্ৰীকৃষ্ণৰ প্ৰতিও তেওঁলোকৰ স্নেহৰ মাত্ৰা সেইদৰেই বাঢ়ি গ'ল। নিজৰ নিজৰ পুত্ৰতকৈও শ্ৰীকৃষ্ণৰ প্ৰতি স্নেহ বেছিহে হৈছিল।

শ্ৰীকৃষ্ণয়ো নিজৰে ৰূপৰ দামুৰি আৰু গৰখীয়াবিলাকৰ লগত অৰ্থাৎ নিজৰ লগতে পূৰ্বৰ দৰে খেলা-ধুলা কৰি থাকিছিল।

এইদৰে এবছৰ পুৰ হ'বলৈ পাঁচ কি ছয় ৰাতি বাকী আছে এনে অৱস্থাত এদিন ভগৱান শ্ৰীকৃষ্ণই বলৰামৰ লগত দামুৰি চাৰি চাৰি বনৰ মাজত প্ৰৱেশ কৰিলে। এনে সময়ত গোবৰ্দ্ধন পৰ্বতৰ শিখৰত গাভীবিলাক চৰি আছিল। গাভীবিলাকে দূৰৈৰপৰা দেখিবলৈ পালে যে সিহঁতৰ দামুৰিবিলাক ব্ৰজৰ উপকণ্ঠত চৰি আছে। দেখা মাত্ৰকে সিহঁতে গোবৰ্দ্ধন পৰ্বতৰ শিখৰৰপৰা অপত্য স্নেহত আকৃষ্ট হৈ আত্মবিস্মৃত হৈ পৰিছিল। সিহঁতে নিজৰ ৰখীয়াবিলাকক অগ্ৰাহ্য কৰি দুৰ্গম পথেদি হুঙ্কাৰ শব্দেৰে অতিবেগে দামুৰিবিলাকৰ অভিমুখে লৰিবলৈ ধৰিলে। লৰি আহোঁতে সিহঁতৰ ওহাৰৰ পৰা বাটে বাটে দুগ্ধ ক্ষৰিত হৈ পৰিছিল। লৰি আহিবৰ সময়ত সিহঁতৰ ভৰি দুখন যেনহে অনুমিত হৈছিল; কাৰণ লৰি আহোঁতে সিহঁতৰ গল ধন কোঁচ খাই কান্ধত সংলগ্ন হৈ পৰিছিল আৰু আগভৰি দুখন একত্ৰিত কৰি নিজ নিজ মুখ আৰু লেজ ওপৰলৈ তুলি ধৰিছিল।

এই এবছৰৰ ভিতৰত সিহঁতে আৰু এবাৰ বৎস প্ৰসৱ কৰিছিল, তথাপি ওপৰত উল্লেখ কৰা মতে গোবৰ্দ্ধন পৰ্বতৰ তলদেশত ব্ৰজৰ উপকণ্ঠত শ্ৰীকৃষ্ণ স্বৰূপত থকা পূৰ্বৰ বৎসবিলাক ওচৰলৈ আহি অত্যধিক বাৎসল্য প্ৰযুক্ত হৈ সিহঁতক এনেদৰে লেহন কৰিবলৈ ধৰিলে যেন সিহঁতৰ অঙ্গবোৰ গিলিহে পেলাব আৰু লগে লগে সিহঁতক দুগ্ধ পান কৰাবলৈ ধৰিলে। ৰখীয়াবিলাকে সেই গাভী বিলাকক ঘুৰাই নিবলৈ চেষ্টা কৰিছিল; কিন্তু সিহঁতৰ চেষ্টাও ব্যৰ্থ হৈছিল। তাৰবাবে সিহঁতে অতিশয় লজ্জিত আৰু ক্ৰুদ্ধ হৈ দুৰ্গম পথেৰে অহাত বৰ কষ্ট